হীৰেন ভট্টাচাৰ্যৰ

নিৰ্বাচিত কবিতা

# সুগন্ধি পখিলা



পৰিবেশক

নিউ বুক ষ্টল, গুৱাহাটী-৭৮১০০১

প্ৰকাশিকা, গুৱাহাটী-৭৮১০০১

Sugandhi Pōkhila
Collected Poems of Hiren Bhattacharjya

হীৰেন ভট্টাচাৰ্যৰ নিৰ্বাচিত কবিতা
সুগন্ধি পখিলা

প্ৰথম প্ৰকাশ ঃ ২৫ মাৰ্চ ১৯৮১

দ্বিতীয় মুদ্ৰণ ঃ ৫ নৱেম্বৰ ১৯৮৩

প্ৰকাশক ঃ চুনী ভট্টাচাৰ্য, নগাওঁ

প্ৰচ্ছদ ঃ ননী বৰপূজাৰী

মুদ্ৰণ ঃ প্ৰেছেছ এণ্ড এ্যালাইড গ্ৰাফিকছ
কলিকতা-৭০০০১২

মূল্য ঃ কুৰি টকা ( ২০·০০ )

## 'সুগন্ধি পখিলা' প্ৰসংগ

এই বছৰেৰে মোৰ কবিতাৰ পঁচিশ বছৰ পুৰ হ'ল। পঁচিশ বছৰ নিচেই কম সময় নহয়। অথচ নিজৰ কবিতা সম্পৰ্কে মোৰ সংকোচ এতিয়াও আঁতৰা নাই। 'সুগন্ধি কবিতা' দৰাচলতে মোৰ ইতিপূৰ্বে সংকলিত কবিতাৰ পুনৰ নিৰ্বাচন। এই নিৰ্বাচন আৰু কঠিন হোৱাহেঁতেন হয়তো ভাল আছিল। কবি নিজেই নিজৰ কবিতাৰ নিৰ্বাচক হোৱাৰ বাবে সেই দোষ থাকি গ'ল। মোৰ বন্ধুৰ দৰে ভাই শ্ৰীমান চুনীয়ে পুথিখন ছপাই দিয়াৰ দায়িত্ব লৈ মোক পুথি প্ৰকাশৰ এই আহুকলীয়া কথাটো ভাবিব নলগীয়া কৰি দিলে। শেষত, মই মোৰ কবিতাৰ পাঠকৰ প্ৰতি কৃতজ্ঞতা জনোৱাৰ লগতে মোৰ অজ্ঞতাজনিত ত্ৰুটিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিলো। পাঠে কবিতাৰ পূৰ্ণতা আনে। পাঠকেই কবিৰ পৰম প্ৰাপ্তি।

ইতি

স্নেহ-তীৰ্থ,
আৰ. জি. বৰুৱা, গুৱাহাটী-৭৮১০০৩

হীৰেন ভট্টাচাৰ্য
৩/৩/৮১

### দ্বিতীয় মুদ্ৰণ

এই সংকলনত মোৰ আৰু কেইটামান কবিতা অন্তৰ্ভুক্ত কৰা হ'ল।

৫/১১/৮৩

# সূচীপত্ৰ

# অভিজ্ঞান

এদিন ৰাতি মই ঘৰৰ সমুখত বহি আছিলো।
মন আৰু মগজুত নিৰাশাৰ অক্লান্ত আক্ৰমণ।
চেতনাৰ শৰীৰ মোৰ বেদনাৰ আঘাতত
ক্ষত বিক্ষত।

হঠাৎ, ক'ৰবাৰ পৰা এজাক বতাহ আহি
উদ্বাস্তু মনৰ কোঠালি মোৰ তোলপাৰ কৰি দিলে।
কুঁৱলীয়ে স্তিমিত কৰা আকাশত এটি দুটি কৰি
জ্বলমলাই উঠিল এজাক ৰূপালী চৰাই।

জাৰত কঁপি থকা সিহঁতৰ দেউকাত
পোহৰৰ কি যে অদ্ভুত স্পন্দন!

মই সেইদিনা অনুভৱ কৰিছিলো
এটা বেদনাহত ৰাতিৰ বুকুত শুই থকা প্ৰাণ-সূৰ্যৰ উত্তাপ।
আৰু শুকান ডালে ডালে বৈ অহা
দুঃসাহসিক পাতৰ প্ৰত্যয়-দীপ্ত সেউজীয়া তৰংগ।

১৯৬২

## যন্ত্ৰনা

[ নাজিম হিকমতৰ সেঁৱৰণীত ]

বিস্ফোৰণৰ পাথৰ
কঁপে থৰথৰ।
নিৰ্বোধ নপুংসকৰ
শুনো আৰ্তনাদ !

কাল সমুদ্ৰত আহিছে জোৱাৰ
যেন ক্ষুব্ধ অজগৰ।
জনতাৰ প্ৰগলভ কণ্ঠত
দুৰ্মদ প্ৰতিবাদ।

অংগীকাৰৰ শানত ধাৰ
সেমেকা বাৰুদ শুকাল আমাৰ।
জ্বলন্ত সূৰ্যৰ কাঁড় পৰি অকস্মাৎ
আঁতৰক পৃথিবীৰ ক্লীৱ অৱসাদ।

প্ৰাণৰ কবি মোৰ
দিয়া সেই আশীৰ্বাদ ॥

১৯৬৪

## শৰ-সন্ধান

[ স্বাধীনতা আৰু শান্তিৰ নামত উৎসৰ্গিত ]

ইয়াতেই বান্ধিছিলা তোমাৰ যৌৱনৰ
তেজী ঘোঁৰা! বসন্তৰ বতাহৰ দৰে
সেই ঘোঁৰাৰ খুড়াৰ ধূলিয়ে
চুমিছিল
মোৰ এই তেজাল আকাশ
আৰু তাৰ প্ৰান্তৰৰ সেউজীয়া ঘাঁহ।

তাৰ পিচত, পাৰ হৈ গ'ল
চ'তৰ নিদাঘ জুই আৰু ব'হাগৰ
কতনা ধুমুহা।

...মই কেতিয়াবা
এতিয়াও সপোনত সাৰ পাই উঠো
আফ্ৰিকা নে তেলেংগানা ক'ৰবাত
সেই ঘোঁৰা যেন হিলদ'ল ভাঙি লৰিছে
আৰু তোমাৰ চাবুকত চমকি উঠিছে
নিৰ্জন ৰাতিৰ ক্লীৱতা!

১৯৬৪

# জ্যোতি, সেই জ্যোতি

[ ৺জ্যোতিপ্ৰসাদ আগৰৱালাৰ সোঁৱৰণীত ]

মোক এই সংকীৰ্ণতাৰ পৰা
তুলি ধৰা। তোমাৰ সতে গাবলৈ দিয়া
ধুমুহাৰ গান, বজ্ৰৰ গান।

মৃত্যুৰ এই হিম-শীতল হাতেৰে
ঢাকি থোৱা হৃদয়ক
এচমকা আকাশৰ আশ্বাস দিয়া।
ঘৃণা আৰু অবিশ্বাসে ঘেৰি ধৰা
সংকীৰ্ণ জীৱনলৈ আহক :
সাহসৰ দোকোল-টঁকা বান।

চেতনা থৰথৰ অন্ধকাৰৰ প্ৰহৰ ভাঙি
তোমাৰ গানেৰে কৰো জ্যোতিস্নান !

১৯৬৩

## আশ্ৰয়

এদিন ৰাতি মই এখন নতুন দেশলৈ গৈছিলোঁ।
সেই দেশৰ হৃদয় জুৰি আছিল তাৰকা খচিত
উজ্জ্বল নীলা এখন পতাকা।

সাগৰৰ বতাহ আহি পতাকাখনত ঢৌ তুলিছিল :
প্ৰেমৰ কোমল ঢৌ। অন্ধকাৰে ঢাকি থোৱা
অৰণ্যৰ মাজৰ পৰা উৰি আহিছিল
গৰখীয়া ল'ৰাৰ পেপাৰ সুৰৰ দৰে
এটি মুকলি সুৰ।

সেই সুৰ শুনি আহত পশুৰ দৰে
মই ল'ৰি পলাই আহিছিলোঁ মোৰ দেশলৈ।
বৃন্তৰ ফুলৰ দৰে মোৰ উভতি অহাৰ
বাটে বাটে নীলা পতাকাখনৰ উজ্জ্বল তৰাবোৰ
খহি পৰিছিল এটি এটি কৰি।

মোৰ দেশ, মোৰ স্বদেশ, মোৰ প্ৰথম প্ৰেমৰ উন্মেষ
তোৰ সাতসৰী যেন সাতোখন নদী
প্ৰেমৰ কি যে গভীৰ সহানুভূতি
তাক মই কিদৰে পাহৰিম ?

১৯৬৫

# নাগৰিক

নিৰুত্তাপ এই জীৱন নিৰ্লজ্জ আশাত অন্ধ।
ভগ্ন-হৃদয় অজ্ঞাত ভয়ত আচ্ছন্ন। তথাপি
সময়-শানিত তৰোৱালৰ চিকমিকনিত
এতিয়াও জ্বলিছে এখন পৃথিবী—
দিক্‌হাৰা হৃদয়ৰ আশ্ৰয়।

কলঘৰৰ ক'লা ধোঁৱাই
এদিন আকাশত বিজুলী জ্বলাব,
ৰাস্তাৰ কাষৰ এইজাক ল'ৰাই
জীৱনৰ বাটে বাটে ফুল ফুলাব,
ব্যাধিগ্ৰস্ত এই নগৰে এদিন
আকাশলৈ মূৰ তুলি চাব: আকাশ ইমান বহল!
দ-কৈ উশাহলৈ ক'ব: বতাহ ইমান কোমল!!

পোহৰত এই স্বৰ্ণ স্পৰ্শই উজ্জ্বল কৰিলে
মোৰ অন্ধকাৰ হৃদয়। উদ্দাম কৰিলে নিস্তেজ মন
যি মনৰ স্তৰে স্তৰে চেতনাৰ বিদ্যুত বিস্ময়।

১৯৬১

# মোৰ দেশ

মোৰ প্ৰাণৰো প্ৰাণৰ, মোৰ গানৰো গানৰ, মোৰ দেশ। মোৰ প্ৰতিটো কামে, মোৰ প্ৰতিটো চিন্তাই এই দেশৰ বুকুত ৰচে শইচ-সোণোৱালী ভৱিষ্যতৰ সপোন। মোৰ জীৱনৰ আঁহে আঁহে, মোৰ যৌৱনৰ কোঁহে কোঁহে সেই সপোনৰ কলৰোল।

দেশে দেশে দেশ আছে। এনে বহু দেশৰ অৰঙে-দৰঙে মই ঘূৰিছো। বহু বন্ধুৰ সতে হাতে হাতে হাত ধৰি ফুৰিছো। কেতিয়াবা সাগৰ পাৰত, কেতিয়াবা খেজুৰ তলত, নতুবা পাহাৰতলিত খন্তেক জিৰাইছো। বন্ধুৰ সতে প্ৰাণ খুলি প্ৰাণৰ কথা পাতিছো। তাৰপিচত আকৌ আৰম্ভ কৰিছো নতুন যাত্ৰা।

এনে বহু যাত্ৰাৰ শেষ মোৰ দেশ। যাৰ বুকুৰ উমে মোক দিছে ভালপোৱাৰ আনন্দ, যৌৱনৰ প্ৰাচুৰ্য। জীৱনৰ নতুন অৰ্থ। এই দেশৰ প্ৰতিটো পুৱাই মোলৈ লুকাই আনে ঐশ্বৰ্যৰ বিপুল সম্ভাৰ। প্ৰতিটো সন্ধিয়াই বৈ আনে স্নিগ্ধ ফুলৰ সুবাস। প্ৰতিটো ঋতুৱে মোক দি যায় জীৱনৰ আশীৰ্বাদ।

এই দেশৰ বাবে মই জীয়াই আছো। এই দেশৰ বাবে মই জীয়াই থাকিবলৈ মৰণ পণ কৰিছো। ৰণুৱা, বনুৱা, হালোৱা এই সকলোৰে মাজত মই আছো—মোৰ দেশৰ বাবে। অনৈক্যৰ মাজত ঐক্য হৈ, বিৰোধৰ মাজত সংহতিৰ সম্ভাৱনা হৈ মই আছো। জীৱনে-মৰণে, শয়নে-সপোনে এই দেশৰ আহ্বান মই শুনিছো। শত্ৰু-মিত্ৰ সকলোকে মই চিনিছো। সিহঁতৰ অন্তৰ মই বিশ্বাসেৰে জিনিছো। শান্তিৰ চৰাইযুৰিক আঁজলি ভৰাই মই দিছো—ভঁড়ালৰ এমুঠি ধান, পৰাণৰ একোটি গান।

আকতো মোৰ একো নাই!

মোৰ দেশ—মোৰ কল্লোলিত সপোনৰ উত্তাল তৰংগই মোক লৈ যায় গভীৰৰ পৰা গভীৰতৰলৈ, আদৰ্শৰ কঠিন পৰ্বত-মূললৈ ···

১৯৬২

## প্ৰতীক্ষা

[ বিষ্ণুৰাভাৰ অসুখৰ সময়ত ]

বহুপৰ হ'ল বেলিয়ে লাহ দিয়া

ধান কাটি দাৱনিজাক
এতিয়াও
মাজ পথাবতে বৈ আছে :
আজি গধূলি
কমৰেড্ ৰাভা এইবাটে
আহিব উভতি।

চিকুণৰ সুৰে সুৰে
ই গাঁও সি গাঁও, সাতোগাঁও
বজনজনাই যাবহি।
কমৰেড্ ৰাভা আজি গধূলি
আহি[illegible] উভতি।

১৯৬৮

## আৰক্ত প্ৰহৰ

সূৰ্যত তেজৰ স্তবক,
আকাশ জুৰি বাজি উঠে
কাৰ গানৰ ভৈৰৱ ?

মোৰ শৰীৰৰ চেঁচা তেজত
ফুটুকী হৰিণীৰ দৰে
হঠাৎ জপিয়াই পৰে
এচেৰেঙা ৰ'দ : উদগ্ৰীৱ, উৎসুক ॥

হৃদয় যদি এই ৰ'দকণে
স্পৰ্শ কৰিলেহেঁতেন
দেখিলোহেঁতেন পূৰ্ণতাৰে পৰিপূৰ্ণ
পৃথিৱীৰ অপৰূপ ৰূপ !

মৃত্যুৰ শিখাৰে উজ্জ্বল
স্বদেশৰ নিৰ্ভীক মুখ !!

১৯৬৫

## লখিমী

মেটমৰা ধানৰ ডাঙৰি
ডাঙৰীয়াৰ চোতালত থ'লো।
এতিয়া, মোক ঘৰলৈ যাবলৈ দিয়া।
আইজনীৰ মাকৰ গাত লেঠা ;
এইবেলি ল'ৰা এটা হ'লে ভাল হয় বৰ
জানাইতো খেতিয়কৰ ল'ৰাৰ
হাত বৰ চিধা।

মোৰ দেখোন আজিকালি
বৰ অলপতে হাত-ভৰি কঁপে।
বন্দুকতো দূৰৰে কথা
ধনুকাঁড়ো জুৰিব নোৱাৰোঁ।

আইজনীৰ মাকৰ
ল'ৰা এটা হ'লে ভাল হয় এখোন।
খেতিয়কৰ ল'ৰাৰ বোলে
হাত বৰ পোণ!

১৯৬৯

# পতাকা

[ ভিয়েৎনামৰ উদ্দেশ্যে ]

সৌ সুদূৰত
মোৰ পতাকাখন
জুইৰ শিখাৰ দৰে
জ্বলিছে।

বসন্তৰ আকাশখনত
থৌকিবাথৌ কৰিছে
তেজৰ ঢৌ।

মোৰ দেশৰ ক্লিষ্ট দেহত
পতাকাখনৰ জৰীগছেৰে
তেজৰ টোপাল
নিগৰি আহিছে।

সুদূৰত
মোৰ পতাকাখন
জুইৰ শিখাৰ দৰে
দপদপাই জ্বলিছে ···।

১৯৬৭

## আত্মপক্ষ

অক্ষমতাক ক্ষমা কৰিব
মইতো নেজানো। বেহাই মূল্যতো
খদ্দৰ কিনাৰ সামৰ্থ মোৰ নাই।

আই, আজি মই সঁচাকৈয়ে
বৰ হিংস্ৰ হৈ উঠিছো।
মোৰ নিয়াৰিৰ
কাচিখনলৈ এবাৰ চালেই
বুজিব পাৰিবা
কাৰ ডিঙিৰ জোখেৰে গঢ়িছো।

পাৰা যদি আই মোক ক্ষমা কৰিবা।
মই যে দাৱনিৰ হাতৰ ধানকটা
কাচিখনৰ কথা পাহৰিয়েই গ'লো।

সেইখনো এদিন ময়েই গঢ়িছিলোঁ।

১৯৭৯

# আন্তৰ্জাতিক

নদীৰ দৰে নিৰ্মল
শস্যৰ দৰে সুন্দৰ মোৰ আইৰ হাতধৰি
মই গৈ আছো ভৱিষ্যতহীন বৰ্তমানৰ
পৰা অন্য এটা বৰ্তমানলৈ।

মোৰ যাত্ৰাপথৰ আকাশজুৰি
মোৰ প্ৰতিবেশী আৰু বন্ধুজনৰ শুভ ইচ্ছা
পবিত্ৰ সংগীতৰ দৰে
বাজি উঠিছে।

মোৰ আইৰ হাত ধৰি দেশৰ পৰা
দেশান্তৰলৈ মই গৈ আছোঁ।
মোৰ প্ৰতিবেশী আৰু মোৰ বন্ধুজন
ক্ৰমে ওচৰ চাপি আহিছে।

মোৰ আইৰ হাত ধৰি
মই গৈ আছোঁ ···

১৯৬৭

# প্ৰস্তাৱনা

মোৰ দুহাত লোহাৰ শিকলিৰে বন্ধা।
কেতিয়াবা ভাবো খুন কৰোঁ, নাইবা
নিজেই নিহত হওঁ সিহঁতৰ হাতত। মোৰ
তেজৰ শিখাত বাৰুদ-ভৰা স্বপ্নৰ যন্ত্ৰণা॥

যেতিয়াই ভাবো খুন কৰো সিহঁতক,
মোৰ তেজৰ সোঁতত বাজি উঠে অস্ত্ৰৰ
অনিবাৰ্য ঝনঝননি। সমস্ত শক্তিৰে
ছিঙি পেলাও হাতৰ শিকলি। সমুখৰ
শোভাযাত্ৰাত যোগ দিওঁ, অথবা
নিঃশব্দে তুলি লওঁ শ্বহীদৰ দেহা।

মোৰ তেজৰ শিখাত
বাৰুদ-ভৰা স্বপ্নৰ যন্ত্ৰণা।

১৯৭

## স্তম্ভিত বিদ্যুৎ

আজি মই
অনাবৃত ব'হাগৰ স্তব্ধতাত
ওঁঠ থৈ সগৰ্ভা পৃথিবীৰ
গৰ্ভ সঞ্চাৰিত ইচ্ছাৰ
যি বিস্ফোৰণ দেখিছো
তাৰ আঘাতত
থানবান হৈ যোৱা মোৰ পৌৰুষ
নক্ষত্ৰ তৰংগেৰে যেন
জ্বলি উঠিছে ঃ শিৰাই শিৰাই
মোৰ স্তম্ভিত
বিদ্যুৎ।

ব'হাগৰ স্তব্ধতাত
লাগি আছে মোৰ
মৌন-ওঁঠ।

১৯৬৫

## আইৰ অসুখ

মোৰ আইৰ অসুখ ···
তেজৰ ধাৰত, হাড়ৰ আঁহত বিহ।
হাতেৰে মোহাৰি কাংক্ষিত-সুখ
সোণৰ হৃদয় সলাই ল'লে সীহ।

মোৰ আইৰ কি অসুখ ?
বিষাদ-বাঁহীৰ মাতত হেৰুৱায় সম্বিৎ।

১৯৬৯

# আই

[ গৰ্কী শতবাৰ্ষিকী উপলক্ষ্যে ]

আই !
তোমাৰ সতে শেষ দেখা
মোৰ মনত নাই।

আজি হঠাৎ
তোমাৰ আঁচলেৰে ঢাকি অনা
গোপন ইস্তাহাৰখনৰ কথাবোৰে
দাৰনিৰ চোক দিয়া কাচিখনৰ দৰে
মোক চমকাই গ'ল।

আকালৰ জুয়ে পুৰি নিয়া
বন্দুৰাৰ হাতৰ তীখাৰ হাতুৰিটোৰ
প্ৰচণ্ড শব্দই মোক সোঁৱৰাই
দিলে : তোৰ আই তোৰ সমুখত।

অতদিনে মই
নিজক লৈয়ে ব্যস্ত আছিলো আই !
আজি তোমাক পালো
তীখাৰ তীক্ষ্ণতা আৰু থোৰ মেলা
শস্যৰ মাজত।

মোৰ আই
কোন কাহানিবাই
আহি বৈ আছে মোৰ সমুখত।

১৯৬৭

## বসন্তৰ গান

[ এজন কবিলৈ ]

কালি ৰাতি খুব কুঁৱলী পৰিছিল।
পাহাৰতলিত
এটা চৰায়ে ওৰে ৰাতি
গান গাই আকাশখনক কন্দুৱাইছিল

ৰাতিপুৱা,
গছে বনে, পাহাৰৰ শিখৰে শিখৰে
বকুলফুলৰ দৰে
গুৰি গুৰিকৈ বৰফ পৰিছিল।

এটা চৰাইৰ
মাতত বসন্ত অহা হ'লে!
তাৰ লাহী ডেউকাই
কুঁৱলী আঁতৰাব পৰা হ'লে!

১৯৬১

# চিকাৰী

[ হেনা গঙ্গোপাধ্যায়ৰ মৃত্যুত ]

আহা ! কি নির্ভুল
চিকাৰী হাত !

এটা বনৰ চৰাইৰ
সাতোটা গুলিৰে
হৰিলা মাত !

আহা ! কি নির্দয়
চিকাৰী দাঁত !

মই কবি
বহি আছিলোঁ
বা-তিৰবিৰ ৰ'দৰ ছাঁত,
নেজানো কেনেকৈ
মোৰ কলিজাত
লাগিল তেজৰ দাগ !

আহা ! কি নির্ভীক
চিকাৰীজাক !
সাতোটা গুলিৰে
এটা চৰাইৰ
হৰিলে সুৰদি মাত !!

১৯৬৯

## নিহত-হৃদয়

মই, মোৰ বন্ধুৰ হাতত
নিহত হ'লো। মৰাৰ আগতে
মানুহে কি ভাবে বাৰু? ল'ৰালিৰ কথা,
যৌৱনৰ সোণোৱালী দিনবোৰ নে
আন কিবা—মই নেজানো।

মই মৰাৰ আগতে, বন্ধুৰ হাতৰ
তীক্ষ্ণ ছুৰীখন দেখি ভাবিছিলোঁ
এটা উজ্জ্বল মৃত্যুৰ কথা। সেয়ে
সংগোপনে মই মোৰ জীৱন
মোৰ বন্ধুৰ হাতত তুলি দিলো:
যিদৰে আলফুলে প্ৰিয়াৰ খোপাত
পিন্ধাওঁ এপাহ গোলাপ।

মই নিহত হলো। শেষ হ'ল মোৰ বন্ধুৰ সতে
গোলাপ গোলাপ বহুতো সংলাপ।

১৯৬৮

## মোৰ দেশ আৰু আনুষংগিক

বন্দুকৰ অনল
অথবা, চকুপানীৰে সৰে
ৰোষৰ আঙুৰ ঠোকে ঠোকে।

মোৰ হিম-শীতল
কলিজা কামুৰি ধৰে
আত্মীয়তাৰ কঠিন শোকে।

ৰোষৰ তেজ্ঞাল
আঙুৰ সৰে ঠোকে ঠোকে॥

১৯৭০

## শ্বহীদ

যাৰ ;
তেজত তিৰবিৰাইছিল
তৰালি,
বুকুত,
গুণগুণাইছিল
মৌমাখি—
সি নিজানে নিতালে
শুই আছে।

শিতানত তাৰ
তেজে ধোৱা মাটি

১৯৬৫

## তৰুণ তেজ

ফুল নহয়,
গন্ধ যেন সতেজ
ঢৌ নহয়,
সোঁত যেন সবেগ
মোৰ ক্লান্ত শিৰাৰ
তৰুণ তেজ
কোন জোৱাৰৰ বাবে
উদ্বেগ !

১৯৭০

## মোৰ আইৰ দুচকু

[ বিষ্ণু ৰাভাৰ বিয়োগত ]

চকুৰ পানীৰে
ভৰি উঠে মোৰ আইৰ দুচকু।

এতিয়া কি সতে
মই ঘৰলৈ ওভতো?

হৃদয়ৰ গভীৰত শুনো
এটি করুণ সুৰ;
দিঠকত দেখো: মোৰ আইৰ দুচকু
চকুলোৰে ভৰপুৰ।

এতিয়া কি সতে
মই ঘৰলৈ ওভতো?

তোমাৰ সেই গৰ্বিত বুকু
ৰঙা পতাকাৰে ঢাকি থলো।
সাগৰ-স্পন্দিত দেহ
কান্ধত তুলি ল'লো।

এতিয়া কি সতে
মই ঘৰলৈ ওভতো?

১৯৬৯

# নিয়তি

নগৰখন নিমিষতে
*দপদপকৈ জ্বলি উঠিল।*

ভস্মীভূত নগৰৰ
ছাইয়ে পুতি থলে
শেষ নিশাৰ শেঁতা জোন।

মানুহবোৰ
এন্ধাৰত থুপ খাই বহি আছে।
সূৰ্য নোলোৱালৈকে
হয়তো এইদৰে বহি থাকিব।

কি আক্ৰোশত এখন নগৰ
দপদপকৈ জ্বলি শেষ হৈ গ'ল
সিহঁতে নেজানিলে।

মানুহবোৰ
এন্ধাৰত বহি আছে।
ভয়ত বিবৰ্ণ সিহঁতৰ মুখ।

১৯৬৭

# প্ৰতিবাদ

[ শংকৰ পুৰকায়স্থৰ স্মৃতিত ]

দোকমোকালিতে ওলাই গৈ
সন্ধিয়া সি উভতি আহিল
মাকৰ বুকুৰ কাষলৈ।

আলেঙে আলেঙে ফুৰি ফুৰা ল'ৰাটো
মাকৰ ইমান ওচৰত
আজি বহুদিনৰ মূৰত শুইছে।

তাৰ ৰক্তাক্ত দেহত
এতিয়াও দপদপকৈ জ্বলি আছে
ওঠৰ বছৰৰ এটি সাচতীয়া সপোন।

১৯৬৫

# শোভাযাত্ৰাত নিহতজনৰ কবিতা

এই জুইকুৰা মৃয়েই জ্বলালো।

জানো আই, এই জুইৰ পোহৰত
তোমাৰ ৰুগ্ন-মুখত উদ্ভাসিত
হৈ উঠিব
পৃথিবীৰ অপৰূপ ৰূপ।

সেয়ে, জুইকুৰা ময়েই জ্বলালো।

দিনৰ পিচত দিন, ৰাতিৰ শেহত
দোকমোকালিৰ কোমল বতাহেৰে
মোক নিচুকাই কি ৰং পোৱা
মই নেজানো আই! নিষ্ঠুৰ ক্ষমাৰে
মাথো মোক নেহানিবা। তোমাৰ বাবে
আই, বহুবাৰ প্ৰিয়জনৰ বুকুৰ তেজ দিলো;
এইবাৰ মোৰ মন্ত্ৰপূত শৰীৰ।

জন্মৰ ঋণ পৰিশোধ কৰাৰ আনন্দত
মই যে আজি অধীৰ
সেয়ে, জুইকুৰা ময়েই জ্বলালো।

১৯৬৬

# সি

তোমাক বিচাৰি আহি
সি উভতি গ'ল।
স্তব্ধতাৰ নিৰ্জন আন্ধাৰত
অৰ্থহীন বিবৰ্ণ পোহৰত
ইতস্তত সি তোমাক
বিচাৰিছিল।

তাৰ ক্ষমাহীন মুখৰ কুঞ্চিত ৰেখাত
স্পষ্ট হৈ উঠিছিল সূৰ্যৰ দৰে
প্ৰখৰ আৰু প্ৰত্যক্ষ পোহৰ।
স্বাস্থ্যোচ্ছল এটি পুৰুষৰ
তেজ ৰঙা ফুলৰ দৰে উজ্জ্বল
তাৰ শৰীৰ থৰথৰকৈ কঁপিছিল
আমাৰ নৈৰাজ্যৰ নিঃস্বতাত।

মোৰ ভয় লাগিছিল
সি যদি তোমাক লগ পায়!

মই দুৱাৰ খিৰিকীবোৰ বন্ধ কৰি
দিলো। হৃদয়ৰ দীনতাৰ দাহনত
অকলে অকলে মই কান্দো:
কি যে ভয়াবহ ভাবে আমি অসহায়!!

১৯৬৫

## বোধন

আজি মোৰ
এন্ধাৰতে টোপনি ভাগিল।

স্বপ্নৰ পাপৰি
এটি এটি কৰি সৰি পৰি ৰ'ল
যেন পলাতকা পৰীৰ কবৰীৰ ফুল!

দেহৰ হুলত এতিয়া মোৰ
লাগি আছে মাটিৰ কোলাহল;

আৰু, অপসৃয়মান ছাঁয়াৰ দৰে
সপোনৰ কোমল কৌতূহল।

১৯৬৮

## সপোন

স্নায়ুৰ শিথিল তৰংগেৰে
হীৰাৰ দৰে উজ্জ্বল এটা সপোন
অকস্মাৎ আহি
মোৰ হৃদয়ত আশ্ৰয় ল'লে।
শস্যৰ সুঘ্ৰাণ, মাটিৰ লুনীয়া স্বাদ
বিয়পি পৰিল
শৰীৰৰ তন্তুৰে তন্তুৰে।

১৯৬৬

## সময়

অশ্ৰু-টলমল চিতাভস্মৰ
স্তূপৰ মাজেৰে
জপিয়াই আহে ভয়াল ক্ষিপ্ত বাঘ।
থৌকিবাথৌ হৃদয়ে হৃদয়ে
হেন্দোলনি তোলে
তেজৰ দ্ৰুত প্ৰবাহ।

১৯৬৬

## ধুমুহা

শ্বাসৰোধী ধুমুহাৰ ৰাতি
শোণিতৰ শীতল সোঁতত
থুপ খাই থকা মেঘবোৰ চেকুৰিছে।
ৰক্তস্ৰাবী হৃদয়ৰ সোণোৱালী ছাঁ
ক্ৰমে সৰ্পিল ৰেখা হৈ
আকাশৰ ইফালে সিফালে বগাই গৈছে।
যৌৱনৰ স্তম্ভিত স্বপত
থিয় দি মই ভাবিছো:
এদিন মেঘ হ'ব খুজিছিলো!

১৯৬৬

## ৰৌদ্ৰ-কামনা

উজাগৰ ৰাতি
সপোন দেখিছো মই
ফুল-আলসুৱা তোমাৰ মুখৰ
শইচ-সোণালী হাঁহি।
অযুত তৰাৰ ঘুমটি ভাঙি
যেন সূৰ্য আহিছে নামি!

১৯৫৭

## ঘৰ-জেউতি

এটি ৰূপালী হাঁহ
হৃদয় হ্ৰদত
লুকাই আছেহি
বাৰটি মাহ।

য'ত
হেঙুলী বেলিয়ে
দিয়েহি আবেলি লাহ।

ৰূপালী এটি হাঁহ।

১৯৭০

## ব্যৰ্থতা

বিবৰ্ণ ৰাতিটো এনেদৰে
কোলাত লৈ সি বহি আছে
যেন সদ্যমৃত এটি
সন্তান।

ব্যৰ্থতাৰ আন নাম কি
মই নেজানো, হয়তো
এখন অনুজ্জ্বল
আকাশ।

কোনে জানে আকাশৰ
ক'ত থুপ খাই থাকে
ইমান এন্ধাৰ!

১৯৬৮

## পুনশ্চ

প্ৰতিদিনেই মোৰ একো একোটা মৃত্যু
হাতৰ ৰেখাত দীৰ্ঘ-পৰমায়ু।
এনেকৈয়ে মই আছো। সপোনৰ পৰীৰ
ভৰিৰ খোজ শুনি মনে মনে ভাবো :
জীৱন যিমান সুন্দৰ হ'ব পাৰে
সুন্দৰ তাতোকৈয়ো।

১৯৭০

# বিষন্ন ৰাতিৰ ফুল

জিলিৰ করুণ মাতে ৰাতি যেতিয়া নিজম কৰি তোলে
বিষন্ন-হৃদয়ৰ দিক্‌হাৰা অন্ধকাৰে
তোমাক যেতিয়া বিচাৰি ফুৰে ৰাতিৰ প্ৰান্তৰে প্ৰান্তৰে,
জোনাকৰ চকুপানী যেতিয়া গছৰ পাতে পাতে সৰে
তেতিয়া—মোৰ মনৰ নিৰ্জন স্তৰেৰে
তোমাৰ শৰীৰৰ কোমল সুৰভি নামি আহে
অকলশৰে।

সেই তন্দ্ৰাহীন অন্তৰংগ মুহূৰ্তৰ তোমাৰ অতনু সুৰভিয়ে
মোক আচ্ছন্ন কৰে। প্ৰাণৰ বাটচ'ৰা
ফুলেৰে দোৰোল খাই পৰে॥

১৯৬৩

## এজন বন্ধুৰ উক্তি

অথনিয়েই অলপ ফটিকা খাইছিলো
তাৰ ৰাগী এতিয়াও আছে।
হয়তো এইদৰে
গোটেই ৰাতিটো যাবগৈ।

এইদৰে কেতিয়াবা ফটিকা খাওঁ!
আৰু, তাৰ ৰাগীয়ে মোক লৈ যায়
মনৰ সেই নিজান বনলৈ
য'ত
মই মোৰ সতে কথা পাতো
কেতিয়াও কাৰো সতে নপতা কথা।

কি সুন্দৰ সেই ৰাতিবোৰ।
তৰাই তৰাই নীল আকাশখনত
কথাৰ আখৈ ফুটে,
ৰাতিৰ নিটোল শৰীৰ
মোৰ প্ৰাণৰ নদীয়ে ধুৱাই দিয়ে
শীতল সুললিত জলেৰে॥

১৯৬৩

# সেই নদী

গুণ গুণ যেন এজাক মৌমাখি,
মোৰ গাঁৱৰ সিখনি নদী,
যাৰ—সুৰদী সোঁতত
পলৰীয়া মন মোৰ বন্দী।

কেতিয়াবা
দৈনন্দিন জীৱনৰ তুচ্ছতাৰ মাজতো
অনুভব কৰো ঃ শীর্ণ সেই নদীৰ
সপোন বিস্তৃতি।
অন্ধ আকাশ ভৰি উঠা
স্মৃতিৰ জোনাকী।

মোৰ গাঁৱৰ সিখনি লাৱনি নদী
ঢৌৱে ঢৌৱে ঢৌ তুলি
বৈ আছে মোৰ
বহুদূৰেদি।

১৯৬০

## আৰু এটি বসন্ত

বিস্ময়াবহ এটি চৰাইৰ দেউকাৰ পোহৰ
আহি পৰিছে মোৰ চোতালত,
হৃদয়-স্পন্দিত মৃত্যুৰ ছন্দেৰে
অনুভব কৰিছো জীৱন,
পুৱাৰ পখিৰ সোণোৱালী সুৰ
শিশুৰ হাঁহি আৰু কত কি !

প্ৰাণৰ বালিত আজি আকৌ
লেখি থলো এটি নাম ঃ যিদৰে তুমি
আলফুলে অথচ ঐশ্বৰ্যৰ গৌৰবেৰে
তোমাৰ প্ৰিয়জনৰ নাম লিখি থোৱা
হৃদয়ৰ গভীৰত।

প্ৰেমৰ কথাতো আৰু আনক ক'ব নোৱাৰি।
নিশ্বাসৰ দৰে নিঃশব্দে ই যেন বিচাৰি ফুৰে
শব্দ, বৰ্ণ আৰু পোহৰৰ উৎস।

আৰু এটি বসন্তৰ
এই এক আশ্চৰ্য মুহূৰ্তত মোৰ নিশ্বাস
ক্ৰমে দ্ৰুত আৰু দ্ৰুততৰ হৈছে
স্নায়ুৰ মাজেৰে চলিছে
শানিত এক অস্ত্ৰ···

১৯৬৫

## পথৰুৱা গীত

মোৰ বুকুত
এজনী দাৱনি।
ধান বোৱে,
ধান দাই বাৰে বাৰে,
চিকমিক কাচিখনি
যাৰ
নয়নৰ মণি

এজনী দাৱনি
দহো আঙুলিত
তাইৰ
ৰিব্‌ৰিব সোণালী
ধাননি।

১৯৭০

# ব'হাগ

মই খিৰিকিখন খুলি দিলো।
স্তব্ধতাৰ নিৰ্জন পোহৰত আমি
আকৌ মুখামুখি হ'লো : শিবৰ সেন্দুৰেৰে সুন্দৰ
আকাশৰ মুখত জিলিকি উঠিছে
সোণোৱালী ব'হাগ

মই যেন সমস্ত শৰীৰেৰে গ্ৰহণ কৰিম
ক্ৰান্তি লগ্নৰ এই সূৰ্যৰ বুকুৰেদি বৈ অহা
তাৰুণ্যৰ বেগৱতী নৈৰ উত্তাপ !
আৰু তাৰ কোবাল সোঁতত লাগি থকা
ৰ'দৰ কোমল স্বাদ !!

আহা ! কি সুন্দৰ এই ব'হাগ,
কি যে মায়াবী তাৰ লাৱনি ছুথনি হাত !!

১৯৬৪

# আহিনৰ লেণ্ডস্কেপ

১]

শেষ হৈ গ'ল
লুব্ধ আকাশৰ হিংস্র উৎসৱ।
উখল মাখল পথাৰত
এতিয়া বলিছে সেউজীয়া ঢল॥

২]

তামস আকাশখনৰ
স্তব্ধতা ভাঙে কোমল কহুৱা ফুলে।
কবিতাৰো বতৰ আছে
আহিনৰ আকাশে কাণে কাণে ক'লে

৩]

ৰ'দালিৰ ভাঁজে ভাঁজে
অপাৰ বিস্ময়।
আবেগত ভাণ্ডি পৰে
শব্দৰ তন্ময়॥

১৯৬৫

# এজোপা গোলাপ

এন্ধাৰে এন্ধাৰে
এটি জোনাকী
উৰি আহি
মোৰ বুকুত শুলে।
তোমাৰ কথা ভাবিলে
আকাশত নিৰলে
এটি তৰাফুল ফুলে।

মোৰ বুকুত,
এজোপা গোলাপ
কোনে ৰুলে?
তেজত এটোপা আঁতৰ ঢালি
হৃদয় কোনে চুলে?

তোমাৰ কথা ভাবিলে
অকলে অকলে,
তৰাই তৰাই কথাপাতে
গোলাপৰ পাহে পাহে।
জোনাকীৰ জাক জ্বলে
মোৰ তেজৰ কোঁহে কোঁহে।

মোৰ বুকুত
এজোপা গোলাপ কোনে ৰুলে?

১৯৬৯

## বাঁহীৰ মাত

এন্ধাৰেৰে যাওঁতে যাওঁতে
পোহৰৰ শংখ নিনাদ
শুনিলো আকস্মাৎ।

বজ্ৰৰ বাবে থোৱা মোৰ হাড়ত
অনুভব কৰিলো বাঁহীৰ মাত।

বাঁহীটো তেজৰ তলত, হাড়ৰ মাজত
লুকাই আছিল অতকাল। তাত
থুপাই থৈছিলো সময়ৰ কিছুমান
শুকান পাত।

পাতবোৰ আঁতৰাই দিলে কোনে?
কাৰ বাৰু সিখনি স্নিগ্ধ হাত।

১৯৭০

# আবেলিৰ বেলি

মোৰ শৰীৰৰ ওপৰেৰে
বাগৰি গ'ল আবেলিৰ বেলি

প্ৰথমে বুকুত,
তাৰপিচত অণুৱে অণুৱে
অনুভৱ কৰিলো সেই বিষ।

প্ৰেম, বিষাদ কিম্বা কৌতুক।

টোপে টোপে প্ৰথমে বুকুত,
তাৰপিচত, অণুৱে অণুৱে
অনুভৱ কৰিলো
আবেলিৰ সোণালী চকুলো।

১৯৭০

# নীল-নক্ষত্ৰ

ময়ো আকাশৰ তুৱাৰ ৰখীয়া আছিলো।
মেঘ-তৰা-নক্ষত্ৰখচিত আকাশলৈ চাই
কেতিয়াবা গানো গাইছিলো হ'বলা।

তেতিয়া মোৰ বয়স আছিল কুৰি বা
ঠিক তেনেকুৱাই কিবা এটা। তাৰপিচত,
কেতিয়া যে তৰাবাহী মেঘবোৰ গুৰি হৈ হৈ
ক্ৰমে নিঃশেষ হৈ গ'ল, কোনে যে নিঠুৰ
নখেৰে ছিঙি লৈ গ'ল নীল-নক্ষত্ৰ।

আকাশতকৈ সঁচা হ'ল মোৰ আতংক,
প্ৰেমতকৈ মহীয়ান হ'ল নিৰক্ত কিছুমান শব্দ!

আজি বয়স গৈ গৈ দুকুৰিৰ ওচৰত মই
আকৌ থমক খাই ৰ'লো। হাতৰ মুঠিৰ
আহত গোলাপপাহলৈ চাই ভাবিছো:
মই আজন্ম তোমাৰেই গানৰ কৰি;
হৃদয়ত মোৰ নীল-নক্ষত্ৰৰ আনন্দ!!

১৯৭০

# তুমি যদি আহিলাহেঁতেন!

১]

ইচ্ছাৰ কোমল আঙুলিৰে
ৰক্তস্ৰাবী হৃদয়ৰ
ছিঙা তাঁৰবোৰ জোৰাবলৈ
তুমি যদি
আহিলাহেঁতেন
ঘৰমুৱা চৰাইজাকৰ সতে
থোৰ মেলা ধানৰ বুকুৰে!

নৈ হৈ বৈ অহা আবেলিৰ
সোণোৱালী ৰ'দৰ দৰে!

২]

তুমি আহিলে
আহোঁ বোলা আহিন আগেয়ে আহে।
মোৰ তেজৰ গালিচা গলে
তোমাৰ খোজৰ পত্নম পাহে পাহে।

তুমি যদি
আহিলাহেঁতেন
ৰ'দৰ সোণোৱালী কোঁহে কোঁহে!

১৯৭০

## কতনা ব'হাগ

মেঘৰ মাজেৰেও
বগাই আছে
সোণোৱালী সাপ !
সহজ কথাত ঃ
দুৰ্যোগৰ দুৰ্বিপাকেই
মোৰ ব'হাগ ॥

মোৰ সমস্ত সত্ত্বাক
আহত কৰি
বজি উঠে তাৰ ৰাগ ৷

১৯৬৭

## প্ৰেমৰ কবিতা

মোৰ বুকুত কি জ্বলে !
মোৰ দুখ, মোৰ আনন্দ
কিহে আৰু ব্যাপক কৰি তোলে !

মোৰ অনুভবে অনুভবে
তোমাৰ প্ৰেমৰ গুণগুণ শব্দ
এনেকৈ ৰু-ৰুৱাই জ্বলে
যে তাৰ ছাই ভৰি পৰে
মোৰ বুকুৰ ভিতৰে বাহিৰে।

সম্ভবতঃ তোমাৰ প্ৰগলভ প্ৰেমে
মোক ছাই কৰি পুৰি নিব ক্ৰমে।

১৯৬৯

# মৌ-মাখিজাক

[ এটা নতুন গানৰ আনন্দত ]

মৌ-মাখিজাক গুণগুণকৈ
উৰি আছে মোৰ বুকুলৈ ;
মই কাণপাতি শুনো
সিহঁতৰ পাখিৰ পাতল শব্দ ।
শিৰাই শিৰাই
অনুভব কৰো হিম-ভৰা হেমন্ত

ক্ৰমে, মোৰ তেজত
এটা নতুন গানৰ দৰে
বিয়পি পৰে মৌ-মাখিজাকৰ
গুণগুণ শব্দ··· ।

১৯৬৯

## এথোপা ফুল

আটাইবোৰে উবুৰি খাই ধৰিলে।

কোনোবাই চকুহাল,
আৰু মই হাতখন খুলি চালো:
এথোপা সোণোৱালী ফুল
তাইৰ হাতৰ মুঠিত
শুকাই কাঠ হৈ আছে।

কোনেও নেদেখা কৈ মই
ফুলথোপা লাহেকৈ আঁতৰাই থ'লো।
মৌ-যেন ফাগুনৰ
গুণগুণ এথোপা ফুল।

১৯৭০

# নায়িকা

তোমাৰ আৰু মোৰ
মাজত এখন অন্ধকাৰৰ দেৱাল।
মই সেই দেৱালত ভেজা দি
থিয় দি আছো। জানো :
অন্ধকাৰৰ এই নিৰন্ধ্ৰ দেৱালত
পোহৰ নপৰে কাহানিও।

তথাপি মই থিয় দি আছো
অন্ধকাৰৰ দেৱালত ভেজা দি।
হৃদয়ত মোৰ আঁৰ কাপোৰৰ আঁৰৰ
সংগীত আৰু অস্পষ্ট সংলাপ।

মঞ্চৰ পাদপ্ৰদীপ এই জ্বলো জ্বলো
দেৱালত ভেজা দি মই থিয় দি আছো।

১৯৬৭

## ফুল নহয় মূল

ফুলবোৰ,
বৰ অলপতে শুকাই
লেৰেলি যায় !
বাহি ফুলৰ পাহি
সৰি সৰি
মোৰ চোতাল একাঠু হয়

এইবাৰ,
এডোঙা তেজৰ তলত
ফুল নহয়, পুতি থলো মূল।
কলিজাৰ গভীৰ গোপনত
শিপাডাল বাঢ়ে ..

বাঢ়ে দোপে দোপে।

১৯৭০

# ফাগুনৰ গান

১]

শুকান বতাহজাকে
    পাতবোৰ উৰুৱাই নিয়ে।
ৰাংঢালি চৰাইবোৰে
গছৰ ডালত পৰি নাচে,
    জুহুকাৰ জুনজুননিত
    সাৰ পায় কুহিপাতে।

২]

শিমলুৰ সৌ ৰঙাপাহিত
        তুমি আহি
        মাৰিলা হাঁহি।
হাঁহি নে বাঁহীৰ খলখলনিত
        উৰি গুছি গ'ল
            এজোলা তুলা,
দুপৰৰ এই বননিত
        তুমি বাৰু কেলেই
        এনেকৈ শুলা?

৩]

ফাগুনে মায়া জানে
ৰাতি হ'লে শুকান ডালে ডালে
জোন জ্বলি উঠে।
হিয়া-ভাঙি অমাতৰ মাত মাতে
করুণ কেতেকীয়ে।

৪]

ফাগুনে কিনো দিলে
কিনো নিলে
মোৰ প্ৰেমৰ জোন
তোমাৰ ডিঙিত দেখোন
ৰাতি হ'লে গান শুনাৰ চলে
জিলমিলাই জ্বলে।

১৯৬৯

## বসন্তৰ স্তবক

“এতিয়া বসন্তকাল
ফুলতকৈ কাঁইটেই ভাল।”
এইবুলি কৈ মোৰ কোলাত
আহি পৰিল
তেজৰঙা বুলবুলি এহাল !

কাঁইটীয়া গোলাপৰ ডাল
বতাহত দোঁ খাই আহি
ছিঙি নিবহি যেন
মোৰ কলিজাৰ এফাল।

এতিয়া বসন্ত কাল
ফুলতকৈ কাঁইটেই ভাল ··

১৯৬৮

## তোমাৰ খোজ

মই
যেনিয়েই চাওঁ
তেনিয়েই দেখো
তোমাৰ
ভৰিৰ খোজ।

খোজে খোজে
হালে জালে
ধানৰ কোমল ঠোক।

মই
যেনিয়েই চাওঁ
তেনিয়েই দেখো
তোমাৰ
করুণ মুখ।

ভাঁজে ভাঁজে
কপি উঠে
এমুঠি কঠিন শোক।

১৯৭০

## করুণৰ হাত

মই সুধিছিলো
দেবতাৰ মন্দিৰৰ বাট কেনি ?
তাই আগবঢ়াই দিলে
চকুলোৰে সেমেকা হাতখনি।

১৯৭০

## প্ৰিয়ফুল

সত্যৰ অপলাপ
যদি কওঁ মোৰ প্ৰিয় ফুল গোলাপ
জীৱন কাঁইটত ফুলা
সিপাহ ফুল অপৰূপ :
মোৰ প্ৰেম মোৰ সহজ পাপ !

১৯৭০

## দিয়া-নিয়া

ঋণী
মোৰ চকুপানী ;
তাৰে
একোৱেই দিব নোৱাৰি।
প্ৰেমৰ সুগন্ধ
হৃদয়ত মাথো পাব পাৰি ॥

১৯৭০

## সংহত শব্দ

তোমাৰ বাবে
মোৰ সঞ্চিত এটি শব্দ
জপমালাৰ মণিৰ দৰে
আঙুলিমূৰত ঘূৰি ঘূৰি থাকে ···

যিদৰে
ঘূৰি থাকে
ৰাতিৰ আকাশত অন্ধ নক্ষত্ৰ।

তোমাৰ বাবে
এটি সহজ, সুন্দৰ শব্দ ···

১৯৭০

## তেজৰ আখৰেৰে

“ইমান অলপতে বিচলিত হ’লে
তোমাৰ বাৰু কেনেকৈ চলে ?”
শিলুৱা এন্ধাৰে মোক এই বুলি ক’লে।

কবি মই নাছিলো কোনোকালে
ব্যৰ্থতাৰ এন্ধাৰে মোক মাথো
সত্যক সহজে ল’বলৈ শিকালে।

কবি মই নাছিলো কোনোকালে

১৯৭০

## প্ৰেমৰ পিঞ্জৰ

মই
এক আচৰিত
প্ৰেমৰ পিঞ্জৰত
বন্দী।

মোৰ
ডুৱাৰৰ অদূৰত
তুমি !

যেন সোণালী শস্যভূমি।

মই
প্ৰেমৰ পিঞ্জৰত
বন্দী ...

১৯৭০

# তাই

[ প্ৰাৰ্থনাৰ দৰে কৰুণ ]

মই
তাইৰ বুকুত হাত থ'লো ঃ
পাঁচোটা আঙুলিত
মোৰ ফুলৰ সুবাস।

তাইৰ
প্ৰতিটো আঘাততে
মই চুমা খালো ঃ
মোৰ
শুকান ওঁঠত
এপাহ দুপাহকৈ
সাতোপাহ কৰুণ গোলাপ।

মই
তাইৰ বুকুত হাত থ'লো ঃ
আন্দোলিত আঙুলিত
মোৰ ফুলৰ লয়লাস।

১৯৭০

# সিৰাই সিৰাই

কালি ৰাতি মেঘে গাজিছিল
মোৰ সিৰাই সিৰাই বিজুলী বেগেৰে
নামি আহিছিল শেষ বাৰিষাৰ মেঘ।

কালি ৰাতি মেঘে গাজিছিল
কাৰ কুমাৰী কেশৰ অগাধ এন্ধাৰে
ঢাকি ৰাখিছিল গোলাপ ৰঙৰ তেজ।

কালি গোটেই ৰাতি মেঘে গাজিছিল।
মোৰ সিৰাই সিৰাই শেষ বাৰিষাৰ মেঘ।

১৯৭০

## লাঞ্ছিত সূৰ্য

ৰ'দ গৈ গৈ ঢলি পৰে সূৰ্য।
ত্ৰস্ত ৰাতিৰ অন্তৰীক্ষৰ
অন্ধকাৰত জ্বলে কালপুৰুষৰ
তৰোৱাল অনিবাৰ্য।

মই কবি, সীমিত মোৰ সামৰ্থ্য।
আলিদোমোজাৰ ভূতগ্ৰস্ত প্ৰহৰীৰ
কৃতঘ্ন পিতলৰ স্নুহুৰিয়ে
বিপৰ্যস্ত কৰে মোৰ কাব্যৰ অৰ্থ।

ৰ'দ গৈ গৈ ঢলি পৰে স্নুবৰ্ণ সূৰ্য।

১৯৭০

## ব'ৰাগী-বীণ

ইয়াতকৈ
আৰু কি হ'ব পাৰে
তীব্ৰ ৰাগী
যি
প্ৰেমত মই
ব'ৰাগী ?

য'তেই
তোমাৰ প্ৰেমৰ সুৰভি
তাতেই
মোৰ বীণৰ তাঁৰ আছে
লাগি।

মই
তোমাৰ প্ৰেমত সঁচাকৈ
ব'ৰাগী।

১৯৭০

## ব্যৰ্থ-শৰ

মই মৰি গৈছো
ভিতৰে ভিতৰে।
এই যে কথাপাতো, গান শুনো
( আনকি তোমাৰ গানো )
সেয়া অভ্যাস।

পানীৰ তলত
থাকে জানো মৰা মাছ !

আচলতে
মই মৰি গৈছো
তিলে তিলে।

বৰ কষ্টকৰ এই উশাহ।

১৯৭১

## জিৰণি ঃ যেতিয়া যন্ত্ৰণা

ছায়াশ্ৰয়ী উদ্ভিদৰ মগ্নতাত
শুই আছে মোৰ হৃদয় ইয়াত।
ইতস্তত পোহৰৰ সোণোৱালী
ৰেখাৰ অনুষংগ জটিলতা।

বতাহত বক্ষ উদ্ভিদৰ পাত।
তোমাৰ সুবাস ভৰা ৰাতিৰ মায়াত
ফুলিব স্নিগ্ধ তৰা ; ছায়াশ্ৰয়ী
হৃদয়ত আপাত দীনতা।

উদ্ভিদৰ মগ্নতাৰে শুই আছে ইয়াত
হৃদয়—যেতিয়া যন্ত্ৰণা…

১৯৭১

## জোনাকী-মন

১]

মেঘবোৰ ফুলি উঠে বতাহ বলিলে,
ঢৌৱে ঢৌৱে বাঢ়ি আছে নদী।
নতজানু মনে সোঁতত মুখ থৈ ক'লে
মনে মনেঃ জাপ দিওঁ যদি !

২]

মুগ্ধ ৰাতিৰ দিলকবাত কাৰ জোনাকী হাত।
ৰুদ্ধশ্বাস অন্ধকাৰত অনুভব কৰিলো অকস্মাৎ
বৰ্ষণ-জাগ্ৰত বকুলৰ নিৰ্ভাৰ নিৰ্যাস ॥

৩]

জানো সঠিক, তেজৰ সমুদ্ৰত আছে প্ৰেমৰ দ্বীপ।
উপমাৰ নকৰো অপচয়, প্ৰেম নিৰ্জনতাৰেই প্ৰতীক ॥

৪]

হাতৰ মুঠিতেই ভাল
মেলি দিলেই উৰি যায়
স্মৃতিৰ ৰঙীন ৰুমাল;
মোৰ চিৰদিন, চিৰকাল।

৫]

তেজত লাগি আছে দুখ।
মোৰ অশ্ৰুৰ অশ্ৰুত মেঘত
চিৰন্তন তোমাৰ মুখ॥

৬]

পিংগল প্ৰত্যুষৰ পল্লবিত ভৰিৰ আলফুল খোজত
মই সাৰ পাই গ'লো, প্ৰাৰ্থনাৰ প্ৰোজ্জ্বল হাতেৰে
কোনে খুলি দিলে মোৰ স্বপ্নৰ নীলিম দুৱাৰ?

৭]

যি দুখকেই দিয়া
মই বহন কৰিব পাৰো সেই দাহন।
অটল কৰ্ষিত অমৰ্ত্যৰ মাটিৰে পূৰ্ণ
মোৰ অবাক অবগাহন।

৮]

ম'মডাল এনেকৈ গ'লি যোৱা দেখিলে
মোৰ দুখ লাগি যায়, তাতোকৈ ব'লা এন্ধাৰতে বহোঁ।
বুকুত উমি উমি জ্বলা জুইকুৰা মাথো জ্বলিবলৈ দিয়া,
তেনেকৈয়ে থাকো।
মই ম'মডাল হুমাই নিবলে বাহিৰলৈ আহোঁ॥

৯]

বৰ যতনেৰে এটা ফুলৰ গুটি তাইৰ চকুত থ'লো।
গছজোপা গজা নাই, বুকুখন দাঙি শিপাডাল পালো॥

১০]

মোৰ ইচ্ছাৰ হৰিণা পোৱালিটো নিতাল মাৰি বহি আছে।
বতাহ কমিলেই সি লৰ মাৰি যাব সৌ জুৰিটোৰ ফালে,
আটায়ে জানে পিয়াহত জিভা শুকায় কেলেই বতাহ বলিলে॥

১১]

গোঁৱাৰ মৌমাখিটোৰ দৰে
উৰি গৈ বাৰে বাৰে ফুল বুলি হুলতেই পৰে
মোৰ দুখ, মোৰ ভালপোৱা!

১২]

আজি কিছুদিনৰ পৰাই মোৰ অসুখ।
বৰ অলপতে ভাগৰি পৰো;
বুকুৰ অদৃশ্যত মোৰ স্বপ্নৰ উদ্যান-আলোক॥

১৩]

মোৰ মগ্ন চেতনাত পাহাৰ, নদী সূৰ্যোদয় সূৰ্যাস্ত ইত্যাদি।
ইয়াৰে ক'ৰবাত তুমি আপোনমনে বাঁহীটি বজোৱা যদি।

১৪]

মোৰ বুকুত এডাল হুল,
ফুল-বুলবুল আটায়ে হুলস্থূল কৰি দিলে
হুলতো নহয় কবি, তোমাৰ ভুল।

১৫]

ভৰিত ঢৌৰ নূপুৰ, বুকুত ৰ'দৰ সোণোৱালী তাঁৰ বন্ধা আত্মঘাতী
এখন নদী ইয়াত পৰি আছে, শুকান বালিত কাঙাল হাতপাতি !

১৬]

তুমি চকু মেলি দিলা
থমথমকৈ বহি থাকিল ক'লা ছুটা পখিলা !

১৭]

কাৰ প্ৰেমৰ সীমা চুমি
হৃদয় মোৰ তৰু-ছাঁয়াৰ সততাকাংক্ষি কৰুণ মৰুভূমি !

১৮]

জানো, মোৰ অনুভূতিৰ সোণৰ দুৱাৰ খুলি
কোনোবা কৰুণ গধুলি উৰি যাব হেমন্তৰ বুলবুলি ।

১৯]

মোৰ সুখ অসুখৰ মাজত
গঢ়ি উঠা এটা চৰাইৰ চুবুৰি।
কথাই নুঠে সুখৰ দিনত
দুখৰ দিনতো থাকে বুকুজুৰি ॥

২০]

নিঃসীম নীলিমাত থ'লো মোৰ হাত।
'আৰু কি দিম, দুচকুৰ হিম?'
বুকুত বাজিল কাৰ কৰুণ মাত ॥

২১]

সহজ এন্ধাৰ, সহজতৰ মোৰ সহজাত দুখ;
প্ৰকৃততে দুখবোৰ সজ, সহজ আৰু সুনিশ্চিত।

২২]

ৰূপালী ৰং চুলিত লাগিছে, বেয়া নেদেখি, লাগক
সোণালীখিনি মচি নিদিবা, বুকুজুৰি বৈ থাকক।

২৩]

কবিতা যৌবনৰ দূত, নীলিমাৰ অমল-দৰ্পণ আকুল
মোৰ স্মিত-উষ্মানত তুমি প্ৰতিদিনেই একো একোটা ফুল

২৪]

ফুলৰ গোন্ধত মোৰ ল'ৰালি।
ৰ'দালিত তুমি, সোণালী চুলি মেলি॥

২৫]

শূন্য তূণ, তেজৰ কোঁহত কান্দে গাণ্ডীবহাৰা কোন অৰ্জুন।
স্বপ্ন মোৰ নিভৃত গৰ্ভৰ আধাৰত লালিত বিমূঢ় ভ্ৰূণ

২৬]

মৃত্যুওতো এটা শিল্প
জীৱনৰ কঠিন শিলত কটা নিৰ্লোভ ভাস্কৰ্য!

২৭]

মোৰ দেহাত নিদ্ৰাহীন প্ৰাৰ্থনাৰ ফুল ঃ
স্তব্ধতাৰ স্তৱ যেন পোহৰ-পদুম।

২৮]

ভাঙি পেলালো মাটিৰ ফুলদানি,
মোৰ অন্যমনস্ক মনৰ নিৰ্বিকাৰত
ফুল ফুলি আছে সেইকথা জানি।

২৯]

দূৰত নদী, নদীত বন্দী করুণ ধ্বনি।
মোৰ নিৰভিমানী হে পোহৰৰ দুহিতা
মোক হাতধৰি লৈ ব'লা দুঃসহ শব্দ ভাঙি
বৈ অহা ঢৌবোৰৰ য'ত নিঃকিন আৰম্ভণি।

৩০]

চৰাই উৰে মোৰ তেজৰ এন্ধাৰেৰে।
চকুলোৰ লুণীয়া গান শিৰশিৰাই উঠে
শীৰ্ণ সিৰে সিৰে।

৩১]

অথনি ভৰা কবিতা শাৰী ঃ স্মৃতি মানেই টোপনি।
স্ৰোতস্বিনী শব্দৰ দিকবিদিক ধ্বনি-প্ৰতিধ্বনি ॥

৩২]

ভঙা কলিজাত কোনে বিনায় ঃ
কবিতা মোৰ দুখৰ ঋতুৰ এপাহ খৰিকাজঁাই।

৩৩]

নাওঁ মোৰ নিজান ঘাটত,
হৃদয় শলিতা জ্বলে অপেক্ষাৰ অন্ধকাৰত।

৩৪]

সোঁৱৰণীৰ সোণৰ ভড়াল পুৰি ছাৰখাৰ।
কৃতদাস হৃদয়ত অনুগত অগাধ এন্ধাৰ॥

৩৫]

মৰুময় প্ৰকাণ্ড আকাশখনত হঠাৎ মেঘৰ তুমুল কাণ্ড,
ইফালে মেঘ, সিফালে বিদ্যুৎ তৰংগ।
ইয়াৰে মাজত কোন কবিৰ সতে দুদণ্ড বহি
চেতনাৰ ৰুদ্ৰাক্ষ মণিত অভিজ্ঞ আঙুলি থৈ আকাশলৈ চালো:
ৰুগ্ন বুকুত মোৰ মত্ত প্ৰকৃতিৰ অলক্ষ্য শিল্প।

৩৬]

কাৰ ইমান গৰজ যে মোক ৰ'দ আনি দিব,
সহজ হ'ব মোৰ কাতৰ উশাহ।
নীলিমাৰ নিজম গালত
টপ কৰে চুমা এটা খাই ক'ম, বাঃ কি সুন্দৰ
জিলমিল এই ৰ'দৰ বতাহ!

৩৭]

ৰ'দৰ ভৰত ভাঙি পৰো পৰো ঘৰ।
খিৰিকী খুলিলেই মোৰ পঢ়াৰ মেজত
উৰি আহি পৰে একেটি চৰাই, পাখিত
পৰাগ; ঠোঁটত কবিতাৰ আখৰ॥

৩৮]

তুমি আঙুলিত জেতুকা বোলালে
ঘৰমুৱা নাৱে হেঙুলীয়া পাল তোলে।

৩৯]

তোমাৰ এটি ভ্ৰূকুটি
তাতে ধৰা পৰে জোনাকৰ বহুতো ক্ৰটি !

৪০]

মোৰ কবিতাৰ দিক্‌চৌ বাটৃত ৰ'দ লৈ উমলি থাকক
দুখময় সৰল শব্দৰ প্ৰাৰ্থনা যেন চকুৰ লোতক।

৪১]

বুকুত ৰামধেনু ৰঙৰ গুপুত দৃশ্যাৱলী।
জনান্তিক কৰি, কঠিন পাহাৰতলিত খন্তেক জিৰাই ল'লি
কোন নদীময় নাৰীৰ নয়নভৰা নিমন্ত্ৰণৰ পত্ৰ খুলি!

৪২]

মোৰ অহংকাৰৰ হাড় গুৰি কৰি দিয়ে অন্ধকাৰে।
দুঃস্বপ্নৰ মাজত বছৰ বছৰ কতকাল ধৰি গুমৰি মৰে
লাৱণ্যময় ৰক্তিম প্ৰভাত, মোৰ দুখৰ সিথন হাত।

৪৩]

ছাঁ মাথোন এখন্তেক,
আঙুলিত মোৰ অলেখ তপত ৰ'দৰ লেখ!

৪৪]

শূন্যগৰ্ভ স্বপ্নৰ বাউল হাতত বিস্ময় পৰিকীৰ্ণ প্ৰেমৰ বিমুক্ত মুক্তা
মোৰ নিৰ্বোধ নিয়ত দুখ, তিলে তিলে তিক্ত অথচ তিলোত্তমা।

৪৫]

উলাহত গজে ভৰিৰ তলৰ ঘাঁহ, বতাহত মোৰ তপত হুমুনিয়াহ,
এটা সেউজীয়া চৰাইৰ দেউকাৰ দুকাষ ভৰা যেন দুখন আকাশ !

৪৬]

খিৰিকীখন খুলি দিয়া, আনন্দ বৈ পৰক
দুখৰ মাজেৰে উৰি আহক ৰ'দৰ চিঠি !

৪৭]

পোহৰত মুখ থোৱা : তোমাৰ সুন্দৰ মুখ, তেজৰ উজ্জ্বলতা ;
চকুৰ মণিত জ্বলক ৰহস্যময় ৰ'দৰ কথকতা !

৪৮]

মোৰ বিদীর্ণ প্ৰাত্যহিকতাত অমৰতা,
যাৰ, করুণ আঙুলিৰ কঠিন কুৰুচা-কাঠিত
পৃথিবীৰ শুদ্ধতম কবিতা।

৪৯]

মোৰ অন্ধতাৰ চাৰিবেৰত সূৰ্যোদয়, সূৰ্যাস্তৰ সোণালী ৰহণ !

৫০]

জ্বলি থকা ম'মডাল
মোৰ বুকুত থোঁৱা, গ'লি গ'লি পৰক পোহৰ-টোপাল,
আততায়ী দিন, মোৰ অনাত্মীয় কাল!

৫১]

নিঃশেষিত চন্দন কাঠৰ শেষ বিন্দু হিম:
তোমাৰ নগ্ন-নাভিমূলত মুখ ঢাকি পৰি ৰ'ল মোৰ আসন্ধ্যাদিন।

৫২]

কামিজৰ সিয়নিত দুখ, দুখৰ স্মৃতি,
মোৰ গাত হাত থলেই পাবা হীৰেন নামৰ কবি
পদচাৰী নদীৰ সোঁতত উতলা দুখৰ অনুভূতি!

৫৩]

ধনু যেন টনটন মেৰুদণ্ড, নিজস্ব নিয়মে উৰি যায় স্বপ্নৰ সাৰলীল
কাঁড়।
মই মাথো সেই মুহূৰ্তটো জানিব খোজো, যাৰ স্বপ্নময় তৎকালীন-
তাৰ সিপাৰে ৰহস্যৰ অনন্ত অপাৰ দুৱাৰ !

৫৪]

মোৰ প্ৰতিটো শব্দ, অৰণ্যৰ গম্ভীৰ ভয়াবহতাত মধ্যাহ্নৰ সূৰ্যটোৰ
দৰে থৰ,
সিহঁতৰ জ্যোতিষ্ক শৰীৰৰ সৰ্বস্বত ত্ৰস্ত হৰিণৰ আকণ্ঠ বিহ্বল
চিঞৰ।

৫৫]

দুখৰ মাটিত মই শুই আছো : শিতানত মোৰ সপোনৰ সঁচাৰ
কাঠি ;
মেহগনি ৰঙৰ আকাশখনত এখুজি দুখুজি খোজ গণি গণি ৰাতি
দেও দি আছে ৰূপালী ৰঙৰ হৰিণা পোৱালি এটি !

৫৬]

জুঁই ফুলজোপা চুই দিওঁতেই খিলখিলাই উঠিল ঃ
তোমাৰো যে কথা ! ৰুমালেৰে বান্ধি নিবা
আবেলিৰ কবিতা !

মোৰ ৰুমালৰ আঁহে আঁহে লাগি ৰ'ল
সেউজীয়া পাতৰ চকুত সেমেকা
অনন্ত নীৰবতা

৫৭]

ব'দ গ'লেই চকীখন টানি বাহিৰত বঁহো ঃ
চকুৰ মণি বা তৰ্জনী আঙুলি আগৰ এটোপাল পানী
দেখিলেই ক'ব পাৰি, শাৰী শাৰী গছৰ চাঁ বিলৰ বুকুত লুকাল
কেনি গভীৰতা জানি নে নেজানি !

৫৮]

মোৰ কৃষ হাতেৰে কাটি আনিলো তিলোত্তমা শিল্পৰ কঠিন হাড় ;
ৰ'দৰ ৰঙৰ জৰী, চকুৰ ৰঙৰ আকাশ, স্বগত চিন্তাৰ বিকল্প হীন
সম্ভাৰ ।

৫৯]

গৰ্ভৱতী মাটিৰ এডিঙি ৰ'দত হাত হৈ উমান ল'লো ঃ ক'ত পানী,
ক'ত শস্যৰ সুঘ্ৰাণ ; অনাগত দিনৰ অনুচ্চাৰিত বিস্ময়-বাণী !

৬০]

কলম কামুৰি মই বহি আছো শব্দৰ দ'ল সাজি।
সমুখত মোৰ অপৌৰুষেয় অভিজ্ঞতাৰ মণি-মুক্তাবাজি !

৬১]

পদুমৰ শিপাত পানী, পানীৰ তলৰ মাটি, পাতত
জিলিকে শিপা ছুই অহা পানীৰ টোপাল,
কবি তই এতিয়া কি বুলি কবি ঃ আতুৰ জিভাত
পানী নাই মৰুভূমি, পানী ক'ত শুকাল ?
আকালৰ পানী, পাতালৰ পানী, তোৰ য'ত বাণী ক্ষোভত
মৰে ডেই পুৰি ; সত্যসন্ধ ত্ৰিকাল।

৬২]

মোৰ পৰা দূৰত, স্নিগ্ধতাৰ ফালে মন্দিৰৰ ছাঁ,
    সৰ্বজয়া পৰিপূৰ্ণতাৰ অনন্তৰা আদিগংগা।

৬৩]

মোৰ শিল-শৰীৰত শায়িত শিল্পিত এখন নদী,
স্তব্ধতাৰ মন্দাকিনী য'ত বয় নিৰবধি।

৬৪]

বৰ গছজোপাৰ তলত ব'ৰাগী শুই আছে:
ছাঁত বিয়পি পৰিছে কৰতলগত আনন্দ, কণ্ঠলগ্নৰ স্বৰ্গ!

১৯৭১-৭৪

## জোনাকী-মন

[ হেমন্তৰ কেইটামান কবিতা ]

১]

হেমন্তৰ হিমার্ত বতাহ কঁপে
সন্ধ্যাৰ দোল্‌নাত,
ঘুমথিৰা বনৰ যেন সোঁ মৌমাখিজাক !

২]

মোৰ ইচ্ছা আৰু অপেক্ষাৰ মাজত
ৰিব ৰিব হেমন্ত !

৩]

হেমন্ত বৰ বিষাদৰ ঋতু,
বন্দনাত কঁপে গৰ্ভিণী ধানৰ মৃত্যুগন্ধী সবল বুকু !

১৯৭১

## ভোগালি

তুমিতো জানায়
এই কবিৰ আৰু একো নাই।
এটাই মাথো কামিজ
তাৰো ছিগো ছিগো চিলাই।

প্ৰেম নিশ্চয় এনেকুৱাই
আবৰণ খুলি হৃদয় জুৰায়।

১৯৭১

## উভতি অহাৰ গান

মনৰ
মুগ্ধছায়াত
প্ৰভাবিত সপোনৰ
উচ্ছ্বসিত তৰা,
হৃদয়ত
অৰণ্যৰ ৰক্তিম স্তব্ধতা...

এতিয়া
মই অকাতৰে
আঁতৰি আহিব পাৰো
তোমাৰ কাষৰ পৰা।

তোমাৰ কাষৰ পৰা...

১৯৭১

## এন্ধাৰত সাপ

মই এন্ধাৰ সোপানেৰে
গৈ আছো গোপনে গোপনে
গৈ আছো···

সমুখত
আঁকবাক এডাল সাপ।

আৰু এটা ঢাপ
আৰু এটা মাথোন ঢাপ···

পাৰ হ'ম
বগা-ক'লা পাহ কটা সাপ।

মোৰ চিকমিক তৰোৱালে
খুলিব নোৱাৰে দেখোন লোহাৰ খাপ!

আৰু এটা ঢাপ
আৰু এটা মাথোন ঢাপ···

প্ৰেমৰ ভোমোৰাৰ পাখিৰ নীলাত
মোৰ বিষাদ বিষণ্ণ হাত।

আৰু এটা ঢাপ
আৰু এটা মাথোন ঢাপ···

সমুখত
আঁকবাক এডাল ভয়াল সাপ।

১৯৭১

## প্ৰাৰ্থনা শেষৰ কবিতা

তোমাৰ বসন্তৰ আকাশময়তাত
মোৰ হেজাৰ হেজাৰ বছৰ প্ৰাৰ্থনা শেষৰ
স্বৰ্গীয় দিগন্ত, যাৰ সোপানত থিয় দি
মই দেখিছো পৰিণতিৰ নিয়তি, স্বৰ্গ দূৰ,
দূৰ অতি।

ভয়াবহ জড়তাই কামুৰি ধৰিছে মোৰ
হৃদয়, মোক লৈ ব'লা অনতিদূৰ প্ৰেমৰ
পান্থশালাৰ হিৰণ্ময় সোপানেৰে তুলি,
নিসৰ্গৰ বৃক্ষই পাহৰিলে প্ৰতিশ্ৰুতি, স্বৰ্গ দূৰ,
দূৰ অতি।

কাতৰ জিভাত মোৰ অনন্তকাল,
প্ৰাৰ্থনাৰ ভগ্নস্বৰত ঈশ্বৰৰ অদ্বিতীয় দ্যুতি, স্বৰ্গ দূৰ,
দূৰ অতি।

১৯৭১

## অশ্ৰুৰ প্ৰচ্ছায়া

মই
হাতৰ মুঠি খুলি দিলো :
একো অনা নাই তোমাৰ পৰা।
নগণ্য এটি অশ্ৰুমুদ্ৰাৰ প্ৰচ্ছায়া
হাতৰ তলুৱাত :
মোৰ সকলো দুখ ; একেটি স্বপ্ন।

মই
একো অনা নাই তোমাৰ পৰা
মোৰ দুহাত শূন্য…

১৯৭১

# দেশ আৰু অন্যান্য বিষয়ক

১]

দেশ বুলি ক'লে আদেশ নেলাগে,
মোৰ তুমৃকলি তেজত টগবগাই উঠে
এহেজাৰ এটা ৰণুৰা ঘোঁৰা !

২]

মোৰ শব্দৰ শোভাযাত্ৰা হওঁক, ক্ৰুৰ-কুটিল ৰাতিৰ প্ৰহৰী হওঁক
তিৰবিৰাই থাকক বিক্ষোভৰ চোকা তৰোৱাল, টলমল শব্দৰ
উচ্ছ্বাসিত তেজৰ প্ৰবাহে প্ৰবাহে।

৩]

মোৰ কামিজত ফুটি উঠে কাতৰতা, ক্ষীণ হয় ঘনিষ্ঠ উশাহ ;
গভীৰত বৰ অস্বস্তি, বৰ অস্থিৰতা। সতৰ্ক প্ৰহৰী বতাহ
হঠাৎ কৌতূহলী হৈ পানীত যি দৰে নচুৰায় মাছ
মোৰ চৌকাষে উদ্যত মৃত্যু ; মৃত্যুৰ কৌশলী হাত
অথবা, মৃত্যুঞ্জিৎ প্ৰতিভাৰ আচ্ছাদিত আভাস।

১৯৭১

# অপ্ৰতিদ্বন্দ্বী

মৃত্যুৰ সতে কোনে কাজিয়া কৰে, জীৱনৰ সংগীত মৃত্যুৰ
সূক্ষ্মতাত শুদ্ধ, স্বৰ যাৰ ধ্বনিৰ প্ৰাকৃত উদ্ধতি, মোৰ
পিঠিত হাত থৈ এটা প্ৰকাণ্ড মানুহ—কবিতাপুৰুষ ;
মই তাৰ ছাঁৰ কাষে কাষে সোঁৱৰণীৰ লেছেৰি বুটলি গৈ আছো,
মুক্ত স্বপ্নৰ আগত পোহৰৰ অগাদেৰা, মই নেজানো কবিতা কি,
মোৰ ভয়ংকৰ যাত্ৰাৰ সংগী আৰু কোন অথবা নিজৰ
সীমাবদ্ধতা ; মই মোৰ অবয়ব ভাঙি ওলাই আঁহো বা জীয়াই
জীয়াই গোটেই মানুহটো মাটিৰ তললৈ সোমাই যাওঁ, মাটিৰ
তলত মই গোটেই মানুহটো, মাটি মোৰ গাৰ কাষত,
আকাশ-পাতাল মোৰ চাৰিওফালে মাটি, মাটি মোৰ
লুভীয়া জিভাত

১৯৭৪

## আদিপাঠ

মই, এই মানুহটো, গোটেইবোৰ লৈয়েই, যি আছে,
যেনেকৈ আছে, ঠিক তেনেকৈ, একো হীন-ডেৰি হ'ব নোৱাৰে,
আৰু যি হেৰাল বা যাক জীৱনটো পাত কৰিও পাব
নোৱাৰো, মোৰ সেই একান্ত সপোন, উৎসাহৰ ফুলনিৰ
লনি গছবোৰৰ ছাঁৰ দৰে মোৰ লগত এনেকৈ থাকে যে
মই এধানমান সময়ৰ বাবেও এৰি থৈ আহিব নোৱাৰো,
যি হেৰাল বা যি আছে একোৱেই, আৰু যি লুকাই আছে
মোৰ নিশ্চিত ভৱিষ্যতত।

১৯৭৪

## দেশে দেশে

[ চিলিৰ গণহত্যাৰ প্ৰতিবাদত ]—

বহল যেতিয়া বধ্যভূমি
চীনৰ পৰা পেৰু, ক্ৰুচৰ কঠিন কাঠত তুমি ;
উদ্ভাসিত দেহ, আৰ্দ্ৰ বুকু,
দহো দেশে মোৰ নিতৌ নতুন যীশু।

১৯৭৪

## সংকট দিন

আকালৰ চোতাল। শস্যৰ পথাৰ উদং। কিশোৰৰ হেৰাল
স্বপ্ন স্বাধীনতা। গৰ্ভৱতী নাৰী নিদ্ৰাত নিহত।
মূলত কি বিহ? উছন গ'ল গাওঁ। নষ্ট নগৰ।
মৃত্যুৰ মলিন চাঁত অশ্লীল বণিজ্য। পাপ মুদ্ৰাৰ পয়োভৰ।
হে সময়, গৰ্জি উঠা নিয়োজিত কৰা সৰ্বোত্তম প্ৰতিভা।

১৯৭৪

## বসন্তৰ এদিন

তোমাৰ শোৱনি কোঠা হৈ বতাহ
ৰ'দৰ সতে হাত ধৰাধৰি কৰি আহি
মোৰ নিচেই কাষত বহিল, পিঠিত আঙুলি
বুলাই, মোৰ কান্ধত মূৰ থৈ ছুহাতেৰে
মেলি ধৰিলে চম্পক ফুলৰ আধা গঁথা মালাধাৰি :
আলোকিত ৰামধেনুখনৰ দৰে।

১৯৭২

## এদিন শৰৎ

সুখী শেৱালিৰ উৰণীয়া গোন্ধ, তোমাৰ অমল শৰীৰৰ
শৰৎময় সোণোৱালী ছাঁ, ফট্‌ফটীয়া বিলৰ পানীৰ সুশীতল শব্দ
মোৰ গাৰ কাষেৰে গুছি যায় নিৰ্বিঘ্নে ···

প্ৰতিটো ফুলৰ সুবাসতেই মোৰ ইচ্ছা, মোতেই যেন তাৰ
উৎস ;
মোৰ ভিতৰৰ মানুহটো ধূলিৰ দৰে উৰে
স্বৰ্ণাভ প্ৰতিবেশীৰ উদ্বেগৰ মাজেৰে।

১৯৭২

## কাতৰ-বাঁহী

ভঙা টোপনিৰ ৰঙা-জোন গল্পৰ এন্ধাৰেৰে আহি
হঠাৎ থমক খায় ব'ল তোমাৰ মুখৰ নীৰৱতাত, পাহি
জাপ খোৱা পদুম কলিৰ দৰে তোমাৰ মুখ, বতাহৰ
আঁচোৰ লাগো নেলাগোতেই উঠিল কঁপি পদুম-ওঁঠৰ
তুলবুল ঢৌ, [ নাওঁ হেঙুলীয়া, ব'ঠা হেঙুলীয়া ] এনেকৈয়ে
খেলি
জোনটো থাকক তোমাৰ লগত, এন্ধাৰৰ কোমল বিছনাত
আৰু কিছুপৰ থাকক পৰি ভাগৰুৱা বেলি ···

সপোনত শুনি নে সুশুনি ৰাতিৰ এই কাতৰ বাঁহী ?

১৯৭২

## প্ৰতীক্ষা

প্ৰতীক্ষাৰ আহত দিন, শূন্যেৰে জপিয়াই কোন
মায়াবী হৰিণ!
কালি ৰাতি মোৰ এক তিল টোপনি নাছিল;
মুগ্ধ-নিয়তিৰ কোলাত আকাঙ্ক্ষাৰ বীজ, নক্ষত্ৰৰ চকচক চকু,
সুঠাম আটিল
ৰাতিৰ গাত জলদগম্ভীৰ হৰিণৰ মাত
সগৰ্বে বিলীন।
মোৰ এক তিল টোপনি নাছিল, হাতৰ মুঠিত মোৰ দুখৰ
ডালিম!!

১৯৭২

## স্থিৰচিত্ৰ

১]

মোৰ চকুৰ আগৰ সোণালী সাগৰ, কেনি গুচি যায় ৰূপালী
মাছ ?
ধান কাটি দাৱনি তাঁতৰ পাটত, হাতত তিৰেবিৰাই অপ্সৰী
ৰাচ,
ৰ'দ-ধাঁই পথাৰৰ শুকাল এতিয়া লখিমী ভৰিৰ শুৱনি সাঁচ।

২]

আঁহো বুলি মই ওলাই আহিব নোৱাৰো, কপাহী কামিজটো
পিন্ধোঁতেই ইমান পৰ।
দেখিছাই দেখোন লাই-লেচাই বুলিবৰ দুখ ঢাকি থোৱা মোৰ
আটোম-টোকাৰি ঘৰ,
কেনেকৈ আঁহো পদূলিমূৰৰ ধুলিয়ৰি মাধৱীজোপাত নজ্বলিলে
জোনাকি-পোহৰ !

১৯৭২

## জন্মদিন

মোক ৰাতিটোৰ বাবে
ওভোটাই দিয়া মোৰ ল'ৰালি,
আইৰ কোলাত আকৌ এবেলি শুম :
লাই হালে জালে আবেলি বতাহে ··

মোৰ সোঁৱৰণী গুমৰি উঠে
নিৰন্ন-সময়ৰ সুগন্ধ তেজৰ প্ৰবাহে প্ৰবাহে

১৯৭২

# কবিৰ সভাত

দিখৌ নে ভোগদৈ নজনাকৈ পাৰ হৈ আহি নৈ,
পলস্থুৰা মাটিত
বালিহাঁহ এজাক বৈ আছেহি ; মাতত সিহঁতৰ স্মৰ্যান্তৰ হাট,
উজান-নাৱৰ পালত বুৰ দিলে বেলি, এনেকুৱা এটা
গোমা আবেলি
আমি দুৰত বহি খেলি আছো সাঁথৰ ভঙাব খেল, দৈববিপাক
বুকুৰ শেল টানি আনি লেখিছো কবিতা : বালিহাঁহজাক
উৰি যাব, উৰি যাব পলস্থুৰা মাটিত এৰি থৈ কোমল ছাঁ,
কবিৰ সমৰ্পিত জীৱন হাঁহাকাৰ কৰি তোলা শূন্যতা !

১৯৭২

## কি ফুল ফুলিছে

কি ফুল ফুলিছে ?   কেতেকী
কাঁইটেৰে ফুলপাহ ঢাকি গছজোপাই ক'লে :
ছিঙি নিবা নেকি ?

ফুলপাহ ছিঙাৰ মোৰ জানো সাহ হ'ব
ফুলপাহ ছিঙাৰ সাহ ?
কাঁইটীয়া পাত কাটি ফুল ছিঙাৰ হেপাহ !

কি ফুল ফুলিছে ?   বতাহত উবি আহে ৰেণু ···
আৰু মই ?
দূৰত বহি বিচাৰিছো কি ?

ফুলৰ সুবাস ?
ফুলৰ সুবাস ৷ সোণোৱালী ফুলৰ সুবাস !

কি ফুল ফুলিছে ?   কেতেকী !

১৯৭২

## ছাঁ

গছৰ পৰা ছাঁ
এনেকৈ তেনেকৈ উৰি গৈছে
যেন ক'ৰবালৈ গুছি যাব ···

গছৰ পৰা ছাঁ
এনেকৈ যেনেকৈ
উৰি গৈছে
যেন আন ছাঁয়াত মুখ থৈ ক'ব ঃ

বুকুখন মোৰ মৰুভূমি
হাত দি চোঁৱা তুমি ঃ পুৰি নিব।

গছৰ পৰা ছাঁ
পাতৰ পৰা ছাঁ
ছাঁ মাটিৰ পৰা
উৰি গৈছে ···

১৯৭২

# কবিতাৰ কাৰণেঃ একক প্ৰাৰ্থনা

কঠোৰতাত ঠেকা খাই উভতি আহে কবিৰ মাত, প্ৰতিদ্বন্দ্বীহীন
প্ৰতিধ্বনি।

কলমৰ আগত কঁপে প্ৰতিশ্ৰুত কবিতা, কবিৰ সত্তা।

স্নায়ুভাৰত বিপন্ন অন্নহীন কবিৰ নাতিউচ্চ কণ্ঠত শোকৰ শ্লোক,
শিল্পৰ স্বাধীনতা…।

মোক এই কবিতাটো শেষ কৰিবলৈ দিয়া মোৰ নিচিনাকৈ,

তেজৰ বাণী বিবস্ত্ৰ দেহৰ অবাঞ্ছনীয়তাত ছটফটাই মৰে, হাতত
ভবিষ্যতৰ অদ্ভুত পতাকা।

মোক অভয় দিয়া পৰিচিত শব্দবোৰৰ নিৰ্লিপ্ততাত ভাঙি ছিঙি

হাতুৰীৰে চূৰমাৰ কৰাৰ, অথবা ৰক্তস্বল্পতাত মুমূৰ্ষু নিষ্ফল বাস্তৱ

টুকুৰা টুকুৰি কৰা দুৰ্দ্ধৰ্ষ তৰোৱালৰ বিচক্ষণ তেজস্বিতা!

১৯৭২

# মোৰ আৰু পৃথিবীৰ

১ ]

কাৰ কাৰণে কবিতা, সূৰ্যৰ শুদ্ধতা ? সমুখৰ বাট জলকতবক,
বাওঁহাতৰ টিপত মৰে কুশীলব, জননীৰ বুকুত কাল যমুনা।
কাৰ কাৰণে কবিতা, সূৰ্যৰ তেজস্বিতা ? শ্বহীদৰ হাড়
শিয়াল-কুকুৰৰ ভোজ, স্বাধীনতাৰ বিপন্ন মুখ, চমৎকাৰ
হা-হা ভাতৰ চিন্তা।

কাৰ কাৰণে কবিতা, তাপস কবিৰ তেজৰ শলিতা ?

২ ]

মই এক বিপুলায়তন নাটকৰ গৰ্ভাংকৰ গভীৰ নাটকীয় মুহূৰ্তত,
মোৰ অসহায় চকুৰ আগত বিশাল শব্দকল্পদ্ৰুম, উদগ্ৰ জীৱন
শক্তিত স্ফীত শাখা প্ৰশাখাত উৎসৰান্ত ধুমুহাৰ কোলাহল; মুক্ত, উদ্ধত আৰু
সুস্পষ্ট বিবেকী বজ্ৰৰ নিৰ্ঘোষ। মোৰ অনুভূতিৰ বিপদজনক দুৱাৰ
দুফাল কৰি খোলা। যকৃতৰ সুখ-শ্ৰুত সুস্থতাই জানো সকলো ? তোমাৰ
লগত মোৰ বিত্তৰ মতভেদ। বৰং যদিও দুষ্প্ৰাপ্য, তেজৰ স্বাভাবিক বং
মোৰ প্ৰিয়। মই এনেধৰণৰ সৰ্বাত্মক সংকটৰ মুখামুখি যাব—এফালে
নিৰ্বিষ বাস্তৱ, আনফালে অসম্ভৱ ভবিষ্যৎ।

৩ ]

নিমিষতে ভাঙি পৰে মোৰ বুকুৰ ভিতৰৰ ঘৰ দুৱাৰ। তোমাক
বুকুত থৈ কৰা মোৰ আশ্চৰ্য নিৰ্মাণ। ভয়ংকৰ ভাঙনৰ মুখত
স্থিত
দীৰ্ঘ পৰিশ্ৰমে গঢ়া সুশোভিত উদ্যান। পাৰ হৈ আঁহো পিছল
শিলৰ সাঁকো,
ভবিষ্যতৰ গন্ধবহ সপ্ৰতিভ বৰ্তমান। হাড়ে হাড়ে, বুকুৰ ভিতৰে
ভিতৰে
ভাঙে ঘৰ দুৱাৰ, কলিজাত কতকাল পৰি থকা স্মৃতিময়
গোলাপলতাৰ
তিমিৰ প্ৰোথিত শিপা ছিন্ন-বিচ্ছিন্ন। শ্বাসৰোধী অভ্যন্তৰত
পিপাসাৰ মুমূৰ্ষু প্ৰাৰ্থনা :
মোৰ প্ৰকৃতি, মোৰ প্ৰিয়া, তুলি লোৱা মোৰ অপাপ-হৃদয়
ধ্বংসস্তুপৰ পৰা।

৪ ]

তেজৰ অনুগত মোৰ এই অভীষ্ট শব্দবোৰৰ নিঃসংগতা
লগৰীয়াৰ চকুত ধূলি দি বালিঘৰ সাজি একান্ত মনে
উমলি থকা ল'ৰাটোৰ দৰে এক অদ্ভুত আনন্দবোধত মুগ্ধ।
প্ৰতিটো শব্দৰ শৰীৰে শৰীৰে বিয়পি আছে মোৰ
আইৰ চাদৰৰ মোলান আঁচলত লাগি থকা কিংবদন্তিৰ কৰুণতা।

৫]

এনেকৈয়ে আছো ঃ তুখ মোৰ কোলাৰ কেচুৱা, বাৰে বাৰে
তুহাতেৰে দাঙি ল'ব লাগে। জিভাত তুখৰ ঘৰৰ লোণ, ওকালিত
ওলাই আহে ভাতৰ নিসনি! খং মোৰ সহজতে ফুঠে।
দায়িত্বশীল
পিতাৰ দৰে মই জানো খং কেনেকৈ সামৰি থ'ব লাগে;
ক্ষমায়েই বা কাক বোলে। প্ৰচুৰ দায়িত্ব মোৰ। তুখবোৰ
তুলি-তালি মানুহ কৰাৰ গধুৰ
দায়িত্ব, একান্ততাত জুৰুলি-জুপুৰি নৰীয়া দেহা, কিবা এটা ক'ব
খুজিলেই আলজিভাৰ পৰা চিটিকি পৰে অজানিত তেজ মুখৰ
ভিতৰে বাহিৰে।

৬]

মোৰ অন্ত্ৰৰ শানিত মুখত সুগন্ধ সময়ৰ সেতুময়তা!
মোৰ স্নায়ুৰ বিচিত্ৰ বীণাৰ সহস্ৰ তাঁৰ কৃতজ্ঞতাবোধত গধুৰ,
বুকুৰ ভিতৰত অজৰ অমৰ পৃথিবী; যাৰ কাষত বহিলে
উজ্জ্বল হৈ উঠে মোৰ নৰীয়া দেহ। ভ্ৰমণ বিলাসী মনৰ
শেষ হয় সকলো আয়োজন, ভৰি ছুই গুচি যায় আবেলিৰ
ৰ'দ, মই মাথো বহি থাকো লিৰিকি-বিদাৰি গুৰুভাৰ শিকলি।
... ... আঙুলি কামুৰি পালো ঘোলা তেজ, চেঁচা বিদ্ৰোহ,
চূড়ান্ত কিবা কৰাৰ মোৰ খুব লোভ, অথচ মোৰ
সেই স্পৰ্দ্ধা নাই অথবা, বিৰল প্ৰাজ্ঞতা!

৭]

কমৰেড্, বুকুখন বিষাইছে, বন্দুকটো উম দি বুকুতে থাকক,
আঁতৰাই নিনিবা ; লাগিলে তৰ্জনী আঙুলিটো মোৰ
ট্ৰিগাৰতে থোঁৱা ঃ বন্দুকৰ নলেৰে জ্বলক অবিৰাম বিজুলী।
ৰাতিটো পাৰ হৈ গ'লে আমাৰ আৰু ভয় কি ?
নলেগলে লগলাগি পামগৈ ফৰকাল বেলভলাৰ পথাৰ।

১৯৭২

## আকৌ দেশ

গোটেইখন দেশ
গোটেইখন দেশৰ নিদ্ৰাহীন চকুৰ গৰিষ্ঠ এন্ধাৰত গৰ্জে
ইচ্ছাৰ মেঘ
মোৰ ফেৰাৰী খোজত উদ্বেল দেশ, দেহৰ শেষত
আকৌ দেশ।

## দুঃসাহসী তেজৰ কবিতা

মাজৰাতি নৈত বুৰ মাৰি ধুই আঁহো তুচ্ছ দৈনন্দিনতা,
সংকল্প মন্ত্ৰেৰে সজাওঁ ইচ্ছাৰ যজ্ঞ-ঘোঁৰা ;
বতাহত উৰে দিকবিদিক মোৰ দুঃসাহসী তেজৰ কবিতা ।।

১৯৭২

## ধুমুহাৰ ৰাতি

ধুমুহাৰ ৰাতি
গছবোৰে
ওভটগোৰে নাচে,
নিসৰ্গত আফালি মৰে
বতাহ,

কাণ্ডহীন শিপাত
ৰবদৈচিলা, সৰুদৈচিলা ; মোৰ আত্মগোপন
ল'ৰালিৰ অতৰ্কিত
বা-মাৰলি,
ধুমুহাৰ ৰাতিৰ গছবোৰ ...

১৯৭৩

## মৃত্যু

কুলি চৰাইজনী সিঞাৰি সিঞাৰি
ল'ৰাটো গ'ল যে
গ'লেই

দলনিৰ মাজত জাহ গ'ল বেলি।

মোৰ বিহুৱা-পেঁপাৰ তিনিটা বিন্ধাত
সাইলাখ সেই
ল'ৰাটো

শুই আছে যে
শুলেই।

১৯৭৩

## দৃশ্যান্তৰৰ কবিতা

মোৰ ভেজত
খঙাল কেৰ্কেটুৱাৰ
অসহিষ্ণু দাঁত,
মই যেন শৰীৰ ফালি
ওলাই যাম ...
... দৃশ্যান্তৰৰ ব'দত
তোমাৰ হেঙুল হাতৰ
অফুৰন্ত গোন্ধ !

১৯৭৩

## মোৰ এই শব্দবোৰ

[ তৰুণ কবিৰ হাতত ]

স্বপ্নৰ উদ্যান চুই অহা মোৰ এই শব্দবোৰত জীৱন ধাৰাৰ সুষমা,
সময়ৰ ঘনিষ্ঠ উত্তাপ, মোৰ কোনো নিজস্ব আবিষ্কাৰ নাই,
মোৰ ভিতৰত এটা যেন খেতিয়ক, মই শব্দবোৰ জিভাত দি চাওঁ,
কাৰ কি সোৱাদ,
হাতৰ তলুৱাত লৈ চাওঁ কিমান তপত, মই জানো শব্দ মানুহৰ
মহৎ সৃষ্টিৰ তেজঃদীপ্ত সন্তান, মই সাধাৰণ কবি, কান্ধ সলনি কৰি
বৈ অনা মোৰ এই শব্দবোৰত মানুহৰ নিদাৰুণ অভিজ্ঞতা, বুৰঞ্জীৰ
নিঠুৰ আঁচোৰ।

১৯৭৩

## পৃথিৱী মোৰ কবিতা

কলম মোৰ কমাৰৰ হাতৰ হাতুৰী, ভাঙি পিটি গঢ়ি লওঁ শব্দ,
খেতিয়কৰ ফাল যেন চোকা ; সীৰলুত সোণৰ সীতা, মিস্ত্রিৰ কৰত
যেন কাঢ়,
কঠিন কাঠৰ আঁহ ফালি টানি আনো অভিজ্ঞতাৰ তেজ লগা শব্দ,
চাওঁতাল মৰদৰ ধনুৰ কাঁড় যেন লক্ষ্যভেদী একো একোটা শব্দ
মোৰ
ৰক্ত-মাংস-ইচ্ছাত তীব্ৰ হৈ উঠে, সিহঁতৰ কোনোটো পৰ্বতৰ
দৰে উদ্ধত,
কোনোটো নদীৰ দৰে নত, আৰু কোনোটো বা হ্ৰদৰ দৰে গম্ভীৰ,
কাৰো কথাত উঠা-বহা নকৰে।

নদ-নদী-পৰ্বত চিত্রিত বিপুল মহাদেশৰ মই কবি, পৃথিৱী মোৰ
কবিতা।

১৯৭৩

## সাংকেতিক ধ্বনি

চহৰীয়া বাহ্‌বাৰ কি মূল্য গাঁৱেভূঁয়ে যদি নোতোলে গিৰ্জনি ?
নিপুণ কবিৰ স্বাক্ষৰবাহী কবিতা যেতিয়া নষ্ট শস্যৰ মনোজ্ঞ
বিজ্ঞাপন,
নিষ্ঠাবান বিব্ৰত হোৱাটো স্বাভাৱিক, মোৰ শৰীৰৰ তন্নতন্নত
বিয়োগ-গ্লানি,
নিয়তি মই নেমানো, আতংকিত তেজ মোৰ একো একো ৰাতি
সমুদ্ৰৰ
দৰে গৰ্জি উঠে, ধ্যান কেন্দ্ৰী মুহূৰ্তৰ ক'ত সেই সাংকেতিক ধ্বনি ?

১৯৭৩

## কবিৰ হাতৰ ছবি

১] বৰ্ষা

শাল বনেৰে বৈ আহে বতাহৰ
কুলুকুলু বাঁহী।
বাৰিষাৰ বতাহ যেন হতাশ প্ৰেমিক,
বুকু ভৰি থাকে দুখ, দুখৰ
সৰল হাঁহি।

২] শীত

পাতবোৰ পৰি আছে। উদং গাৰে ৰ'দ লৈছে গছবোৰে।
শুকান ঘাঁহত বনকৰা পাট যেন ৰ'দ। দূৰত ম'হৰ শিঙৰ দৰে
ফেৰপাতি থকা পাহাৰটো সাৰটি আছে নৈৰ নিজান সুৰে।

৩] বসন্ত

জুনুক কৰি বাজিল জুনুকা।
"চেনিমৰা বাগিছাৰ চিঠি" লৈ কোবাল খোজেৰে গুছি গ'ল
ডাকোৱাল।
গছে গছে হেঁপাহৰ ৰঙীন কমাল!

১৯৭৪

# প্ৰয়াত কবিৰ স্মৰণত

বেশ্যান্তৰিত শাসক স্বভাবদোষত স্ফীতোদৰ বণিকৰ ক্ৰীতদাস,
সন্ন্যাসে শোভা কৰে জানো কবিক, কলম যাৰ জাগৰ তৰোৱাল ?
কাব্যতো নহয় সহজ পণ্য, অন্য ধাতুৰে গঢ়া তাৰ বিপন্ন শৰীৰ,
তেজত প্ৰতিবাদ, সত্তাত বিপ্লৱ।
নেৰুদা, মই তোমাৰ কুৰিটা প্ৰেমৰ কবিতা পঢ়িছো, আৰু
জানো
প্ৰেমৰ কবিতাৰে ৰচা এটা হতাশাৰ গানত মূৰ্ত্ত ভাঙনৰ হাতুৰী
কিমান গধুৰ !

১৯৭৪

## গৰখীয়া ল'ৰাৰ গীত শুনি

উপজি পুৱাতে ধানৰ সোণোৱালী কমুকজুমুক মাত,
মোৰ ভোকৰ ভোগালি
মলমলীয়া গোন্ধত
উৰি যাব নেকি.
পাখিত
তেজে ফুটো ফুটো যেনিবা কমাৰশাল ;

ৰজাৰ দ'ল ভাঙিব পায় নে নেপায় নেজানো,
মোৰ হলে দেওলগা হাত ।

ভাই ! সময় বুজি আহিবা এদিন, ফু-মাৰি চোতালত
লগে ভাগে খাম দুখৰ ধানৰ এসাজ ভাত ।

১৯৭৪

## স্বদেশ স্বকাল

মই কবি, কৃতিত্বৰে পাৰ হৈ আহিছো বুৰঞ্জীৰ বহু ভয়ংকৰ দিন।
শব্দই মোক দিছে প্ৰতিৰোধৰ অসামান্য ক্ষমতা, অৰ্থৰ শৃঙ্খলা,
নিৰ্ভুল হোৱাৰ ইচ্ছা, সেয়ে, প্ৰয়োজনত পুনৰ প্ৰতিষ্ঠা কৰিছো
বিপৰ্যস্ত শব্দৰ নিৰ্বাসিত অৰ্থ।

শব্দ মোৰ শুভংকৰ সংগীত কিম্বা উচ্চতৰ গণিত।

থাকক অবিবেকী যুদ্ধ, মহামাৰী বসন্ত, শব্দ মোৰ চিৰাচৰিত
প্ৰতিকূলতাত আয়ত্বাধীন নিপুণতাৰ গুৰুত্বপূৰ্ণ অকপট তৰোৱাল।
মোৰ আন কোনো সত্তা নাই, শব্দৰ সতে মোৰ অভিন্ন সংসাৰ ;
যাৰে, খণ্ড খণ্ড কৰি তুলি ধৰো ৰক্তাক্ত স্বদেশ-স্বকাল ;

স্বপ্নৰ নিটোল দেহেৰে গঢ়া অসম্ভৱ ভবিষ্যত।

১৯৭৪

## দুশাৰীমান

১]

মোক এনেকৈ ক'লৈ লৈ যাবা, গাওঁ-ভূই, নগৰ
দুখৰ ভৰিৰ তলেৰে পাৰ হৈ যায়, ম্লান হৈ আছে
তেজ লগা মেঘ, লীলায়িত শস্যৰ সুন্দৰতা, মোৰ
হাতে মুখে লাগি থকা ৰ'দৰ চোকা গোন্ধ ···

২]

এন্ধাৰৰ কোমল ক্লান্ত গোন্ধে মোক ঢাকি আছে,
ফৰিংফুটা জোনাক এন্ধাৰ কৰি তুমি গুছি গ'লা
কিমান সহজ সাজে !

৩]

বালি চাপৰিত উমলি আছে মোৰ ভালপোৱা,
পিঠিত দীঘল দিনৰ ৰ'দৰ শোভা ···

১৯৭৫

## ৰ'দৰ পেঁপাৰ মাত

মোৰ মাজেৰে মাজৰাতিৰ বতাহ,
সুষুপ্তিৰ বন্ধ জবোৱাল খোলাৰ শব্দ,
দূৰত
ক'ৰবাত ৰ'দৰ সোণোৱালী পেঁপাৰ মাত
মোৰ
তেজ-ঘাম সকলো অশ্রুপাত !

১৯৭৫

## বসন্ত বিলাস

১]

নীলা তম্বুটোৰ তল ভৰি মুগ্ধ নিস্তব্ধতা, দিনান্তৰ হাঁত
কুলি কেতেকিৰ চনকা মাত !

২]

কালি ৰাতি গছৰ শিপালৈকে বৰষুণ,
চ'তৰ মাটিৰ গোন্ধ গছৰ গোটেই গাত, পাতৰ ৰ'দ
যেনিবা হাতৰ হালধি !

৩]

বসন্তৰ আবেলি, হালধীয়া পাতৰ বা-মাৰলি ···

১৯৭৫

## সৌৰৰণীৰ অনুসৰণত

১]

সহজ আছিল দুখ, কাঁইটৰ দৰে হোৱাহেঁতেন,
নিষ্ফল ঘাঁহত ভৰি মোহাৰিলেই আহে গোলাপ-ভ্ৰমণৰ
অনুনয় সৌৰৰণ ···

২]

দুখ, যিয়েই নহৰ বাস্তুহাৰা বা উৎসাহী পৰ্যটক,
ৰাতিটো কটাই যা, তেজত মোৰ সাজি থৈছো আলহীঘৰ ;
চৌকাষে ওলগণি-গছ, কোঠালিত ফুলৰ বিনীত স্তবক।

৩]

স্বপ্নৰ ফুলবোৰ ফুলে দুখৰ ছাঁত, জোনাকীয়ে শুহি নিয়ে
গছৰ নিয়ঁৰ, শূন্যত উৰে মৃগৰ কস্তুৰী গোন্ধ, কান
পাতিলেই শুনো
তেজৰ ফুলৰ নিগূঢ় সংলাপ, নিজান নদীৰ কবিতা পাঠ !

১৯৭৫

## স্বপ্নৰ সতে

১]

ভালপোৱাই বুকু উজাৰ কৰি দিয়ে আনন্দ, কৱিতাৰ শব্দ,
বৰ্ণ ;

বুকু পাতি লয় দুখৰ ধুমুহা, স্বপ্নৰ সতে বিনিময় কৰে
বিষাদৰ হিমদৃশ্য ... ...

২]

মই দুখৰ লগত খেলো, জিকোৱেই বা হাৰো
অবিচলিত মোৰ আনন্দ !

১৯৭৫

## পথাৰ

শস্যৰ সময়। ৰোৱনিৰ ভৰি উঠে বুকু। বেলি বুৰ দিবলৈহে পালে
ধানৰ শীহে শীহে সুহুৰি বজাই বৈ গ'ল বতাহৰ নিছিগা ধাৰ।
সাঁজৰ এন্ধাৰে মোৰ বাহুত মূৰ থৈ যিমানলৈ চাব পাৰে চালে ঃ
ৰোৱনিৰ ধুক্‌ধুক্ বুকুৰ শব্দই শব্দই কঁপি উঠে গোটেই পথাৰ।

১৯৭৫

## অসম্ভৱ অনুবাদ

এটা অজুহাত পালে মই গুচি যাব পাৰো,
যেনি মন যায়, তোমাৰ সান্নিধ্যৰ যাদুকৰী ৰাতি
মই গুচি যাম, যি কোনো অজুহাত পালে,
মুক্ত কৰি প্ৰতিভাৰ পথ, নিৰ্জনতা নিৰ্ভৰ ছায়াৰ
সুখ্যাতিত এই যে তোমাৰ এই উপস্থিতি
অসম্ভৱ অনুবাদ তাৰ, জ্বালিকটা জোনাকৰ
মাজেৰে মই গুচি যাম, হাতত সাৰে, ভৰিত সাৰে ... ...
[ কোনোবা হাস্নাহানা ৰাতি ]

১৯৭৫

## স্মৃতি আৱাহন

সন্নিহিত হোৱা হে স্মৃতি, খুলি দিয়া তোমাৰ
জটিল গ্ৰন্থি, তৃপ্ত হওঁক মোৰ শোক-অশোক
শ্ৰম, শক্তি, সাধনা। আজি মোৰ হৃদয় ভিক্ষুক।
হে হিৰণ্ময়ী! নিষ্পলক দিবাৰাত্ৰিৰ শ্লোক;
মেলা তোমাৰ আঁচল-আলোক, দৃপ্ত হওঁক মোৰ
প্ৰেম, নিষ্ঠা দ্ৰোহ; মৃত নক্ষত্ৰৰ যত ম্লান মুখ!

১৯৭৫

## বন্দীশালৰ দুৱাৰ ভাঙি

গছৰ শুকান গোন্ধ, শৰীৰ দুছেৰ কৰা বাঁহীৰ আকুল মাত,
মোৰ কবিতাৰ কাগজ বতাহত উৰে, অনুৰূপ আবিষ্কাৰৰ
আগ্ৰহৰ অতিমাত্ৰাত উজ্জ্বল দিন, তৰুণ শিল্পীৰ ৰঙৰ
স্তব্ধতাত থিয় দি থাকে কৌতুকময়ী নাৰী, নৈসৰ্গৰ দৃশ্য
অস্বস্তিৰ দুৰলৈ গুচি যায় ক্ৰমে, অলীক মৌলিকত্বাত
দ্বীপান্তৰিত দুৰূহ কবি, তৰুণতৰ চিন্তাত জন্ম ল'ব সন্তান,
হাতত প্ৰজ্ঞাৰ পত্ৰম,
নিজৰ চাঁ গৰকি মই পাৰ হৈ যাওঁ, বন্দীশালৰ দেৱাল ভাঙি
আছে সক্ৰিয় সময় সমৃদ্ধ শব্দ ···

১৯৭৫

## কবিতাৰ কাৰণে ৰ'দ

চোতাল চুইয়েই গুচি যায় সোণৰ সোলেং ৰ'দ,
দোৰোল খাই পৰে দুখৰ ঘৰৰ খেৰ, ৰ'দ লৈ থকা লতা
চানেকীয়া
খৰিকাজঁাইজোপাৰ উলাহ মৰহে, ৰৌঢ়ি ফুটে ব-ছেৰা কবিৰ
দুৰ্নাম।
ফুল পৰা চকুত চমক লগায় চিনাকী বাটে, মাতে মাতে
মোৰ কবিতা কোনে আওৰায়, ঠকঠক্ কৰে কঁপে গোটেই গা,
ভাত কাপোৰৰ দুখত ৰাতি চকুৰ টিপকে নপৰে,
কোনে ৰ'দ আনি দিব মোক ধলপুৱাতে
শস্যৰ কাৰণে ৰ'দ, বৃক্ষৰ কাৰণে ৰ'দ, ৰ'দ কবিতাৰ কাৰণে।

১৯৭৫

## নৈ গুমগুমায়

নৈ
গুমগুমায়।
তাৰ
বুকু কঁপে
পাৰ ভঙা মাটিৰ
শব্দত।

ধানৰ পথাৰত
সাঁতোৰে ঘৰৰ নিজান
ছাঁ।

কাতৰ মাটিৰ
উশাহে
ঘোলা কৰে মেঘ-পানী-আকাশ।

নৈ
গুমগুমায়।
থাউনি হেৰোৱা পানীৰ
তলত।

১৯৭৫

# অন্য পাণ্ডুলিপি

১]

কি বিজুলীয়াই ? সোঁৱৰণী ! কি যে তাৰ
আচৰিত উপহাৰ, কবিক দি যায় জীৱনৰ
প্ৰথম কবিতাটোৰ সেই পাহৰা সোৱাদ, শব্দ
যাৰ আইৰ হাতৰ অন্ন !

২]

ফুলত আছে নে ৰ'দত আছে
ৰাতিটো জ্বলি নুমাই যোৱা মাটিৰ চাকিৰ নিজান পোহৰ !

৩]

বসন্তৰ সৌ ৰঙা ডাকবাকচটোত
আজি মই হেমন্ততে লেখা চিঠিখন দি থৈ আহিছো,
দুখৰ সঠিক ঠিকনা বসন্তই জানোচা জানে ··· ···

৪]

কেতিয়াবা যে বিষাদ জীৱনৰ ইমান কাষ চাপি আহে
বন্ধুৰ দৰে,
ম্লান হাতত তাৰ অন্য পাণ্ডুলিপি ··· ···

১৯৭৬

## কোন কুসুমিত ফুলৰ অন্ধকাৰ

কোন কুসুমিত অন্ধকাৰে দৃঢ় কৰে
মোৰ বীৰ্যবত্ত বসন্তভাবনা, স্বৰ্গ ৰচনাৰ ভংগীমাৰে
ভাঙি দিয়ে শুকান জিভাৰ আড়ষ্টতা, স্বভাবে পাহৰা স্মৃতি
অন্ধকাৰ বিশাল প্ৰদেশ জুৰি বাজি উঠে শংখৰ দৰে,
শস্য গন্ধময় পৃথিবীৰ হাতচাপৰিৰ সতে দ্ৰুত তালে তালে,
কোন কুসুমিত সুগন্ধে শুশ্ৰূষা কৰে কবিৰ জীয়িতা,
শেষ কৰি আত্মগোপন কাল, কোন কুসুমিত ফুলৰ
সুগন্ধ শৰীৰ ভাঙি বৈ আছে অৱৰুদ্ধ প্ৰেম।
বিনম্ৰ পথিকৰ যেন সহজ ভ্ৰমণ ... ...

১৯৭৬

## সোণৰ সোলেং

[ এদিন সৰুতে শুনা গান শুনি ]

মোৰ ল'ৰালিৰ গানে আজি ক'লে কানে কানে,
গানে যেনেকৈ কন্দুৱায়, নিচুকায়ো তেনেকৈয়ে, গানে
আনে নজনা খেল কিমান ধৰণে যে খেলিব জানে !

১৯৭৬

## এতিয়াও অমৃত

১]

স্মৃতি, দুখৰ অতীত, সুহুৰিয়াই গুচি যায়
সুৰম্য উপত্যকা।

২]

মুখত এজোলোকা তেজ। সূৰ্যটো ওলমি আছে।
আকাশ ফাঁচীৰ কাঠ।

৩]

দীৰ্ঘশ্বাস মলিন আকাশত কোন তুমি বিষাদ প্ৰতিমা।

১৯৭৬

## প্ৰেমৰ দাবি যে বহুত

১]

তুখে যেতিয়া কবিতা লেখে মোৰ হাতেৰে
মোৰ আঙুলিত আহি নিজাৰ পৰে সখিয়তী ৰ'দ।

২]

কান্ধৰ পৰা নমাই থ'লা সপোন। গালে মুখে বিষাদৰ ছাঁ।
শিতানত সহজ সঁচাৰ কাঠি। শেঁতা মুখত উবুৰি খাই পৰে
আষাঢ়ৰ অমল পূৰ্ণিমা। প্ৰেমৰ দাবি যে বহুত!
তুখে মোৰ ঘৰ হেৰুৱাই কান্দে কবিতাৰ আখৰে আখৰে।

১৯৭৭

# গৰজি ভাঙে

১]

শিকলি টানি
প্ৰান্তৰৰ ৰেলগাড়ীখনৰ পৰা মই নামি গ'লো
হাতত
এটা বোবা শব্দ
আৰু
এখন আচৰিত পাৰপত্ৰ ···

২]

মোৰ বুকুত,
কালি ৰাতিৰ পৰা একেটা শব্দ গৰজি আছে
একেই ধৰণে ;
গা-হালধীয়া ধানৰ পাতত
কোনে মুচি থ'লে তেজৰ মুখ
কৰাল মাৰি আছে তেজ, প্ৰতিমামুখৰ তেজ,
একেই ধৰণে একেটা শব্দ গৰজি আছে
গৰজি ভাঙে
বুকুৰ হাড় ···

১৯৭৮

# বিষণ্ণতা প্ৰমুখ অন্যান্য

বিষণ্ণতা !
মোক নিৰ্ভৰ কৰ।
এনেকৈ
গালে মুখে হাত দি বহি নেথাকিবি,
মোৰ মন মৰি যায়।

মূৰ তোল,
চকুৰ পানীৰে
ধুই দিওঁ তোৰ ভৰপূৰ দুখ ;

যেনেকৈ
নিয়ঁৰে ধুৱাই
গোলাপ।

১৯৭৮

## স্মৃতি তাৰ সুগন্ধি পখিলা

১]

গুণগুণনিতে
কঁপে গছৰ নিৰীহ ছাঁ, পাতৰ আগৰ ৰ'দ
একেটা ফুটতে
মোৰ বুকুত উবুৰি খায়
অবোধ দিন
এতিয়াও যাৰ পোছাকী নাম দিয়া হোৱা নাই !

২]

কবিতা মুলতঃ স্বাধীন, স্মৃতি তাৰ সুগন্ধি পখিলা !

৩]

যাবৰ পৰত শেঁতা সাজযোৰ খুলি থৈ গ'ল
সেমেকা আঁচলত বোধৰ সঁচাৰ কাঠি,
পূৰ্ণিমাৰ ৰাতি
লাহে লাহে পাহাৰৰ সিপাৰেৰে
জোনটো নামি যায়।

মোৰ নিফুট গানৰ সুৰে ৰাউচি জুৰি কান্দে ···

১৯৭৮

## কাঠ হোৱা চকুলোৰ গান

গান আনা, নিৰ্জনতাৰ পৰা
কোলাহলৰ পৰা, মোৰ সুৰ নাই
তোমাৰ সুৰীয়া হাতেৰে তুলি ধৰা উজ্জ্বল গান,
শান দিয়া গান, সতেজ সুগন্ধ।

গানৰ গাত আছে নেকি জোনাকী
এন্ধাৰেৰে বাট কাটি যায়!

গান আনা, শুনো যুদ্ধৰ গান, শান্তিৰ গান
পলাতক প্ৰাচীন অথবা আগত তৰুণ;
জটিল দিনৰ প্ৰতীকী ভাষান্তৰ
কাঠ হোৱা চকুলোৰ সুঠাম নিৰ্মাণ।

গান আনা, তুলি লোৱা মাটিৰ মৃদং
নিৰ্জনতাৰ পৰা, কোলাহলৰ পৰা উঠি আহে গান,
মাটিৰ মাতত
গানহীন মানুহৰ কল্যাণ।

১৯৭৮

## ধান কটাৰ পৰ

আনকি
চৰাই চিৰিকতিৰ মাতত
বিষাদ ...

আঘোনমহীয়া পথাৰখনত
জঁয় পৰি ৰ'ল
মানুহজনী

তাইৰ
ভৰিৰ পতাত
ভয়।

ফাটেক ভাঙি পলাই আহিছে
ঘৰৰ মানুহটো—
সিৰিক কৰিলেই কঁপে
তাৰ
ঘৰৰ ভিতৰৰ
ঘৰ।

১৯৭৮

## ভুৰবন্ধা ঘাট

সূৰ্যটো গুছি গ'ল ৰঙা পালখনৰ তলেৰে.
নাৱৰ নিজান বুকুত জিলিকে
বিনন্দিত প্ৰতিমাৰ মুখ,
পানীৰ লিহিৰী সোঁতে সোঁতে
মাৰ যায়
বিতোপন গাঁৱলীয়া ছবি,
ব'ঠাৰ চাবে চাবে উঠি আহে
এন্ধাৰ ;
জলমগ্ন সন্ধ্যাৰ এই গূঢ় আৰোহণত
বাজে মোৰ বিষাদ
নিষাদৰ তেজ মঙহ ... ...

১৯৭৯

# দুকুৰি সাতোটা দীঘল সুহুৰি

১]

বতাহে বিষাদে কঁপে শাল-শিমলু-চেগুনৰ পাত,
মোৰ গধুৰ কানত কোনে গুণগুণাই ধুলিয়ৰি গান ;
মাৰ যায় দুকুৰি সাতোটা দীঘল সুহুৰি
বন্ধুহীন দিনৰ কোলাত ;
জীৱনে শিকাই নিতৌ নতুন শব্দ
অতীতৰ অৰ্থেৰে ভাঙিব নোৱৰা টান

২]

হাতত‌ে উঁৱলে মূল্যবান নথিপত্ৰৰে ভৰা মোৰ উজ্জ্বল পাণ্ডুলিপি,
তুমুল বৰষুণে ধুৱাই নিয়ে তেজত মগ্ন হৈ থকা গোলাপৰ গোন্ধ ;
বৈ বৈ যায় হাঁহাকাৰ ধ্বনি ...
মোৰ এন্ধাৰ দুৱাৰ খোলে কোন উষাৰ কোমল হাতে,
সুখে দুখে বাজি উঠে অভিনৱ গান
নিজ অধিকাৰে !

১৯৭৯

# তুমি সৰোবৰ শান্তিকল্যাণ

১]

বিদায় নোলোৱাকৈয়ে গুছি যায় নৈ
তেনেকৈ গুছি যোৱাটোৱেই নৈৰ নিয়ম,
তুমি সৰোবৰ শান্তিকল্যাণ
পানীৰ তলেৰে
তেজ
টলমল।

২]

তেজ পদুমেৰে ভৰি পৰে সৰু সৰোবৰ
তোমাৰ সৰ্বগন্ধা যুৱতী শৰীৰ,
প্ৰমাদত
মোৰ কলিজাৰ ভঙা ঘৰ।
সুঠাম দুপৰৰ মেজাংকৰী পোহৰৰ ছাঁত
শুকায়
প্ৰেমৰ কিংখাপ ...

৩]

বতাহ! তই আহি ঢৌ তুলিবি, ভাঙি নিদিবি প্ৰেমৰ মগ্নতা
শান্তিৰ দীৰ্ঘ উচ্চাৰণ
নিৰক্ষৰ আকাশ-ফলিত মেঘৰ কলীয়া আখৰ
আজি ৰাতি বৰষুণ হ'ব
অমল বৰষুণ ··· ···

শিল্পৰ কৰ্ষণে তল ওপৰ কৰে সৃষ্টিৰ মাটি
মাটি পানীয়ে মোক ঢাকি দিব
ঢাকি দিয়ক
শস্যহীন নিৰ্বীজ প্ৰকৃতি আৰু মোৰ বিনষ্ট কবিতাৰ ভ্ৰূণ
আজি ৰাতি বৰষুণ হ'ব
অগাধ বৰষুণ ··· ···

১৯৭৯

## যদি সাৰে থাকে

বুকুৰ মাজত যদি সাৰে থাকে
সততে

সোঁৱৰণীৰ
উৰুখা চালত পৰি
হালধীয়া চৰাইটোৱে
মাতক

বন-বিৰিখৰ হাবিয়লি মাত

বা লাগি বাজি উঠক উজাগৰ মাটি

ঠোঁটৰ পৰা সৰি
পৰক
মৰহা নিজান
ঘাঁহ।

ছাই হৈ যোৱা দিন
পুৰি শেষ হোৱা ৰাতি।

১৯৭৯

# থাকে বুকু জুৰি

১]

এন্ধাৰ তলাতল ভাঙি আহে পাখিলগা শব্দ
মোৰ তেজৰ কোলাত দিনৰ উজ্জ্বল গোন্ধ, হিৰণ্ময় ৰাতি।

২]

আঁঠুৰ ধুলি দুহাতেৰে মচি থিয় দিয়ে মোৰ দুখ,
তুলসীতলৰ গধূলি আৰু করুণ কৰে মাটিৰ ঢিমিকি পোহৰে

৩]

উৰণীয়া চৰাইৰ পাখিৰ তলত নিম-দুপৰৰ হালধীয়া বাঁহী,
আপোনা-আপুনি জাপ খাই আছে মোৰ গধূৰ চকু,
নিজানে মেলি ধৰে কাঁইটীয়া বুকুৰ গুলপীয়া পাহি।

১৯৮০

## পদাংক

ঘন বাৰিষা। মই তুলি ল'লো নাওখেলা গীতৰ নিনাদিত পদ।
পিছল মাটি। ছায়া পৰা বেলি। জনপদজনৰ অন্যমন।
মেঘ মাটি-জল লালিত স্থানিক সৃজন।

ৰাধিকা সুন্দৰী মোৰ, পিছ দুৱাৰ থাকক খোলা।
ডাল ভাঙি আনা ফুল, আজি ৰাতি উৎকণ্ঠ কদমতল।
গাঢ় অন্ধকাৰত বন্দী সুপ্ৰাচীন যমুনাৰ মোহন জল।

গান গায় কোনে, প্ৰসঙ্গান্তৰৰ গো-চাৰণভূমিৰ ঘনিষ্ঠতা।
জলবন্দী কবিৰ বুকুত তৎপৰ যুৱক মেঘৰ সহজ সমাৰোহ।
প্ৰথম প্ৰেমৰ স্পৰ্শ, সৰ্বনাম-ভণিতা-বিশেষণ-ক্ৰিয়া নিৰ্মোহ।

১৯৮১

# গানৰ দীঘল সুৰ

১]

কবিতা নামৰ স্তব্ধতাত মোৰ শুকান ওঁঠ, মোৰ সুখৰ
কোনো প্ৰতিদ্বন্দ্বী নাই, দুখৰো।
মই কাক মাত লগাই যাওঁ! তেজৰ সোঁতত মোৰ
নিৰ্জান চৰাইৰ উদাস ভ্ৰমণ, নিজৰ গান
নিজকে শুনাই, নিজতে লুকাই গানৰ
দীঘল সুৰ

১৯৮১

২]

গছবোৰে সামৰি থলে সিহঁতৰ গাৰ ছাঁ,
বিৰ দি গুছি গ'ল দিন।
মোৰ চোতাল গৰকি থাকিল এন্ধাৰ, দুখৰ দৰে
অস্পষ্ট অনুত্তেজ ম্লান উদ্যমহীন।

১৯৮১

# নিজানত দিনবোৰ

১]

প্ৰত্যেক মানুহৰ তেজৰ নিজানত আছে
　　　　　　সুফলা মাটিৰ উজ্জ্বল প্ৰতিমা।

২]

নিৰ্জনতাৰ ভৰিৰ পতাত প্ৰেম প্ৰবাদৰ তেজ।

৩]

গছৰ পাতত শুই থাকে নক্ষত্ৰ, প্ৰকৃতিৰ অমৃত আখৰ।

১৯৮১

# প্ৰাচীন কঁাহত বাজে

ৰাতি গধুৰ হৈ আহে।
ৰাতিৰ ফুলনিত দেবদূত যেন নক্ষত্ৰৰ
নিঃশব্দ ভ্ৰমণ ···

তৰুণ প্ৰেমিকৰ হাতধৰি বৈ আছে
এন্ধাৰ; স্পৰ্শৰ অধিক।
··· ৰাতি জানো স্থিৰ?

আকাশ তলেৰে মই ঘৰলৈ ওভতোঁ,
হাতৰ পিঠিৰ কুঁৰলিৰে মচি লওঁঃ প্ৰেমহীন প্ৰতিযোগিতাৰ
ক্লান্তি ··· ···

মোৰ সতে কোন আহি আছে এন্ধাৰে এন্ধাৰে?
বোধৰ মাজুলীত ধান সৰিয়হৰ সোণোৱালী ঢৌ ···

মোৰ গাত আহি পৰে কাৰ ঘনিষ্ঠ উশাহ?
মই ঘৰলৈ ওভতোঁ, প্ৰাচীন কঁাহত বাজে বাস্তৱ।

দীঘল হৈ আহে মোৰ নষ্ট ভৱিৰ খোজ ···

১৯৮২

## প্ৰতিধ্বনি মৰণপণ

প্ৰতিধ্বনি উভতি আহে চাবুকৰ দৰে উন্মাদ
আঘাতে আঘাতে তেজ, পাঞ্চজন্য মেঘ ভাষাহীন আন্তৰিক,
বজ্ৰ সন্তুৰ আৰ্ত অন্তৰ, কোন মৃত কোন বা অমৃত,
আভূমি প্ৰণত কবিৰ ৰক্তাক্ত বিবেক আলোড়িত উজ্জ্বল
প্ৰেমিক,
ছন্দৰ কঠিন সংযম ভাঙি
দেশ-মাটি বুৰঞ্জীৰ চৰাচৰ শিপা সাবলীল।

চাবুকৰ দৰে প্ৰতিধ্বনি গমগম মৰণপণ।

১৯৮২

## স্পৰ্শমাত্ৰ

হঠাৎ কি কাৰণ, তেজৰ তলত বাজে ভৈৰৱ,
শিলৰ মাজৰ শিল সচেতন, আলোকিত
মন-গংগাজলে ধুৰাই স্মৃতি ম্লান শালগ্ৰাম
স্বপ্ন-স্বস্তি-স্বজন তীক্ষ্ণধাৰ বিমুগ্ধ গুঞ্জন
স্পৰ্শমাত্ৰ নিঃস্ব স্বৰ, উত্থান-পতনহীন গূঢ় অনুভৱ।

১৯৮২

## জলস্তম্ভ

[ ৺চন্দ্ৰক ইউচুফৰ নামত ]

উজান মেঘৰ গাত
শোকৰ
ক'লা পোছাক,

কলঙৰ দহ হাত
পানীৰ তলত
বিহ্বল
জোনাক,

এন্ধাৰত

এন্ধাৰতো জ্বলজ্বল
পটপট ···

১৯৮২

## নীলা কামিজ

[ ৺ৰাজেন হাজৰিকাৰ নামত ]

মৃত্যু যেতিয়া প্ৰাত্যহিক সংবাদ
দূৰত নিজৰ স্থৰত ছটফট উশাহ তলত
সজীৱ নক্ষত্ৰৰ বীজ …
আমি বুটলি ল'লো সেই বুকুভৰা ছবি
টান নৰীয়াৰ ঘন শিতানত
বিনীত নীলা কামিজ !

১৯৮৩

## গোপনত কঠিন যুবক

ৰিং মাৰি কাকোৱেই নোপোৱা, অথচ সকলো ওচৰ,
গছৰ পিঠিতেই গছ, বুকুৰ ভিতৰে ভিতৰে ঘৰ,
ৰ'দত ৰ'দ, বৰষুণত বৰষুণ, গোপনত কঠিন যুবক,
ভৰপুৰ ছুপৰৰ ছাত, ভাত-মাছ অতিথি উৎসৱ।

১৯৮২

# প্ৰেমে প্ৰতিবাদে তৰোৱাল

বহু আঘাতেৰে গঢ়া তৰোৱাল,
প্ৰেমে প্ৰতিবাদে সজাগ
মানুহৰ দৰে
মানুহ ;

কৰতল ঘনিষ্ঠ
নিঃশ্বাস,

মূৰ তুলি উঠে
আবেগ প্ৰবণ মূৰ্খ মৃত্যু,
ৰহস্যহীন মলিন
শ্লোক ;

দিন ৰাতি মোৰ নঙঠা তৰোৱাল
আকাশ-মেধা
নক্ষত্ৰপুৰুষ ।

১৯৮৩